*Bharatiya Chinta*—An Assamese Prose Anthology; Edited by Shri B. N. Shastri; Publication Board, Assam, Gauhati. First Edition, November, 1960.

Price Rs. 5·00

প্ৰকাশক :
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
প্ৰকাশন পৰিষদ,
অসম : গুৱাহাটী

প্ৰথম প্ৰকাশ
নবেম্বৰ—১৯৬০

মুদ্ৰক :
শ্ৰীসুব্ৰত ভট্টাচাৰ্য
শ্ৰীভূমি প্ৰেছ,
৭৭, ধৰ্মতলা ষ্ট্ৰীট, কলিকতা—১৩

মূল্য—পাচ টকা



## আগ-কথা

অসমৰ সাহিত্য-সংস্কৃতিৰ উন্নতি বিধানত সক্ৰিয়ভাৱে সহায় কৰা নীতি স্বৰূপে অসম চৰকাৰৰ উদ্যোগত প্ৰকাশন পৰিষদ প্ৰতিষ্ঠিত। প্ৰকাশন পৰিষদৰ উদ্দেশ্য আৰু কাৰ্য্যক্ৰমৰ ভিতৰত বিবিধ বিষয় সোমাই আছে যদিও, গ্ৰন্থকাৰসকললৈ তেখেত সকলৰ ৰচিত গ্ৰন্থ প্ৰকাশৰ বাবে আৰ্থিক সাহায্য আগবঢ়োৱা আৰু পৰিষদে নিজাকৈ গ্ৰন্থ প্ৰকাশ কৰা এই দ্বিবিধ কাৰ্য্য সম্প্ৰতি প্ৰকাশন পৰিষদে হাতত লৈছে।

প্ৰকাশন পৰিষদে চিন্তাপ্ৰধান সাহিত্যৰ বাহিৰেও শিশু-সাহিত্য আৰু বিজ্ঞান বিষয়ক সাহিত্যৰ পুথি প্ৰকাশৰো আঁচনি যুগুত কৰিছে। অসমৰ কেৱাজনো কৃতবিদ্য আৰু অভিজ্ঞলোকে শিশু সাহিত্য আৰু বিজ্ঞান বিষয়ক কেবাখনো পুথি প্ৰকাশন পৰিষদৰ অনুৰোধত লিখি দিছে। তাৰে কেবাখনো ইতিমধ্যে প্ৰকাশ হৈছেই।

'ভাৰতীয় চিন্তা' নাম দিয়া এই সংকলনটো ভাৰতৰ কেবা গৰাকী বিশ্ব বিশ্ৰুত মনীষীৰ লিখনীৰপৰা ওলোৱা চিন্তাৰ অসমীয়া ৰূপ। ইয়াত থকা বাৰখন ৰচনাৰ ন-খন ইংৰাজীৰপৰা, এখন হিন্দীৰপৰা আৰু দুখন বঙলা ভাষাৰপৰা অসমীয়ালৈ অনুবাদ কৰা হৈছে। প্ৰত্যেকখন ৰচনাৰ আগতে আধাৰ গ্ৰন্থ, লেখক আৰু ৰচনাৰ উল্লেখ কৰা হৈছে—অনুসন্ধিৎসু পাঠকে প্ৰয়োজন অনুসাৰে মূল ৰচনা বিচাৰি উলিওৱাত আৰু মিলাই চোৱাত সহায় পাব বুলিয়েই।

ভাষান্তৰ কৰা কাম অতি কঠিন, কেতিয়াবা মৌলিক ৰচনাতকৈও কঠিন। প্ৰত্যেক ভাষাৰে নিজস্ব শব্দধ্বনি, পদবিন্যাসৰ সুষমা, প্ৰকাশ ভঙ্গীৰ দৃঢ়তা আৰু ৰমণীয়তা আছে। এটা ভাষাৰপৰা অন্য এটা ভাষালৈ অনুবাদ কৰোঁতে মূল ৰচনাৰ সকলো সৌন্দৰ্য্য আৰু গুণ ফুটাই তোলা সম্ভৱ পৰ নহয়। আনহাতে হয়তো মূল ৰচনাৰ আধাখিনি সাফল্য নিৰ্ভৰ কৰিছে ইয়াৰ ওপৰতে। এনেস্থলত অনুবাদ প্ৰাণহীন যেন হৈ পৰে।

ইফালে অনুবাদৰ ভাষাত মৌলিকতা সৃষ্টি কৰিবলৈ যাওঁতে মূল ৰচনাৰ পৰা আঁতৰি যাব লগা হয়। এনে উভয় সঙ্কটত অনুবাদক অতি সন্তর্পণে আগবাঢ়িব লগা হয়। অনুবাদৰ দ্বাৰা অসমীয়া ভাষাত মনীষী সকলৰ ভাব-চিন্তা পঢ়িবলৈ পোৱাৰ লগতে, অন্যভাষাৰ ভাব-সম্পদ আৰু শ্রেষ্ঠ লেখকসকলৰ প্রকাশ ৰীতিৰ সৈতেও পাঠকৰ পৰিচয় ঘটাৰ সুযোগ হয়। সেই বাবেই পৃথিবীৰ অনেক সাহিত্যই একো একো অৱস্থাত অনুবাদ সাহিত্যৰদ্বাৰা নিজৰ ভৰাল চহকী কৰি লৈছিল আৰু এতিয়াও লৈছে।

ভাৰতীয় চিন্তাত সন্নিবিষ্ট ৰচনা কেইখনৰ নির্ব্বাচনত লেখকতকৈও ৰচনাৰ বিষয়-বস্তুৰ ওপৰত চকুদিয়া হৈছে। ৰচনা কেই খনৰ বিষয়-বস্তু ভাৰতৰ পুৰণি সভ্যতাৰপৰা আৰম্ভ কৰি বর্ত্তমানৰ লেখকৰ সঙ্কটলৈকে।

ডাঃ এ. ডি. পুচলকাৰৰ 'দি বেদিক এজ'ৰপৰা লোৱা অংশত পৃথিবীৰ অন্যতম প্রাচীন সভ্যতা, সিন্ধু উপত্যকাৰ সভ্যতাৰ বিষয়ে এটা প্রকৃত বিৱৰণ পোৱা যায়। সিন্ধু উপত্যকাৰ মহিলাসকলেও যে বিংশ শতিকাৰ প্রসাধন-নিপুণা ৰমণীৰ দৰে ওঠত ৰং সানি সৌন্দর্য্য সাধনা কৰিছিল এই কথা জানিলে সেই সভ্যতা বর্ত্তমানতকৈ বেলেগ যেন নালাগেই। তুমহলীয়া ঘৰৰ ওপৰৰপৰা মল-মূত্র ওলাই যোৱা নলাৰ কথাই জানো উন্নত বাসভৱন আৰু স্বাস্থ্য ৰক্ষাৰ কথা নকয়?

ডাঃ ৰাধাকৃষ্ণণৰ পাণ্ডিত্য-প্রতিভা আৰু চিন্তা-ধাৰাৰ সৈতে ইংৰাজী-জনা পৃথিবীখনৰ ঘনিষ্ঠ পৰিচয় আছে। গভীৰ আৰু ব্যাপক অধ্যয়নে পৰিপুষ্ট কৰা ডাঃ ৰাধাকৃষ্ণণৰ চিন্তন আৰু মনন দুয়োটাই সমানে উপনিষদ সমূহ আৰু শ্রীমদ্ভগৱদ্গীতাৰ সম্পাদনাত প্রকাশ হৈছে। "আচার্য্য কৃষ্ণ দেৱ" ৰাধাকৃষ্ণণে সম্পাদন কৰা গীতাৰ পাতনিৰ এছোৱা। শ্রীকৃষ্ণৰ ঐতিহাসিক আৰু আধ্যাত্মিক ৰূপ, অৱতাৰ আৰু অৱতাৰ বাদ, দিব্য জীৱন আৰু অজ্ঞান আদি বিষয়বোৰৰ দার্শনিক ব্যাখ্যা সহজভাবে কৰা হৈছে। ৰাধাকৃষ্ণণে নিপুণভাবে দেখুৱাইছে যে গীতাত ঐতিহাসিক ঘটনাৰ ছায়া অৱলম্বন কৰি সংসাৰৰ সত্যার্থ প্রকাশ কৰা হৈছে।



'লেখক আৰু বর্ত্তমান সংকট' পি. ই. এন কংগ্রেছৰ (১৯৫৪ চনৰ) অধিবেশনত দিয়া ডাঃ ৰাধাকৃষ্ণণৰ ইংৰাজী ভাষণৰ অসমীয়া ৰূপ। আণবিক বোমা আৰু উদ্‌যান বোমাৰ বিভীষিকা-গ্রস্ত মানৱতালৈ লেখকে কেনেকৈ আশাৰ বাণী শুনাব পাৰে, সেই দৃষ্টিভঙ্গীৰপৰা লেখকৰ সমস্যাৰ বিষয়ে ৰাধাকৃষ্ণণে আলোচনা কৰিছে। মহাভাৰতৰ অমৰ বাণী মৃত্যু আৰু অমৃত্যু দুয়োটাই মানুহৰ শৰীৰত আছে; মোহৰপৰা মৃত্যু আৰু সত্যৰপৰা অমৃত্যু লাভ হয়। তাকেই আধুনিক মনোবিজ্ঞানে ধ্বংসাত্মক আৰু অনুৰাগাত্মক মানৱ প্রবৃত্তি বুলি কৈছে। তেখেতৰ মতে "ভাৰতীয় মনে মানুহক উদ্ধত উক্তি শুনাব নোখোজে, আমাৰ চিন্তাক ব্যক্তি কেন্দ্রিকতাৰ পৰা বহলাই দিয়ে।......অজ্ঞাত উৎসৰপৰা ই আমাৰ কাণত আমাতকৈ শক্তিমান এজনৰ অস্তিত্বৰ কথা গুণগুণাইছে।"

বিখ্যাত দার্শনিক চাৰ ব্রজেন্দ্রনাথ শীল ভাৰতৰ এগৰাকী শ্রেষ্ঠ মনীষী আছিল। তেখেতে "পজিটিভ্ চায়েঞ্চ অব্ এনচিয়েণ্ট হিন্দুজ্" নামৰ গ্রন্থত ভাৰতৰ প্রাচীন ৰসায়ন, উদ্ভিদ্-বিদ্যা, চিকিৎসা-বিদ্যা আদিৰ বৈজ্ঞানিক আলোচনা কৰিছে। "উদ্ভিদ্ আৰু উদ্ভিদৰ জীৱন সম্পর্কে হিন্দু সকলৰ ধাৰণা" নামৰ অধ্যায়ত ফল-ফুল ধৰা অনুসাৰে গছ-গছনিৰ শ্রেণী বিভাগ, লতা-গুল্ম আদিৰ স্বৰূপৰ লগতে গছ-লতাৰ অন্তৰ-সংজ্ঞা, যৌন-ক্রিয়া আদিৰ বিষয়েও আলোচনা কৰা হৈছে।

বিশ্ব-কবি ৰবীন্দ্রনাথৰ গদ্য ৰচনাৰপৰা 'শকুন্তলা' আৰু 'শিক্ষাৰ মিলন' এই দুটা প্রবন্ধ ইয়াত সন্নিবিষ্ট কৰা হৈছে। ৰচনাৰ বিষয় বস্তুৰ সূক্ষ্ম বিশ্লেষণৰ বাহিৰেও ৰবীন্দ্রনাথৰ বাচক-বনীয়া শব্দ বিন্যাস আৰু কাব্যধর্ম্মী ৰচনা-ৰীতি গদ্য ৰচনাৰ প্রধান বৈশিষ্ট্য।

শকুন্তলা প্রবন্ধত কালিদাসৰ শকুন্তলা নাটকৰ অন্তর্নিহিত ভাৱৰ সূক্ষ্ম আৰু বিশদ অথচ কাব্যিক সমালোচনা কৰা হৈছে। লগতে চেক্সপিয়াৰৰ টেম্পেষ্ট্ নাটকৰ সৈতে তুলনামূলক বৈসাদৃশ্য দেখুৱা হৈছে। "শকুন্তলাৰ আৰম্ভতে যোতয়া ধনুর্ব্বাণধাৰী ৰজাৰ প্রতি এই কৰুণ নিষেধ বাণী ওলাল "ভো ভো ৰাজন্ আশ্রম মৃগোঽয়ং ন হন্তব্যো ন হন্তব্যঃ।" তেতিয়াই কাব্যৰ এটা মূল সুৰ বাজি উঠিল। এই নিষেধ বাক্যই আশ্রম মৃগৰ লগে লগে

তাপসকুমাৰী—শকুন্তলাকো করুণাৰ আৱৰণেৰে ঢাকি পেলাইছে। ঋষিয়ে কৈছে—

মৃদু ই মৃগ দেহত নামাৰিবা শৰ
জুইনো দিয়েহি কোনে ফুলৰ ওপৰ।
অতিকে চঞ্চল কেনে হৰিণাৰ প্ৰাণ
নহয় তুলনা, তোমাৰ বজ্ৰতুল্য বাণ।

এই কথা শকুন্তলাতো খাটে।" এই আলোচনাতে শকুন্তলা নাটকখন ৰবীন্দ্ৰনাথে কি দৃষ্টিৰে আলোচনা কৰিছে ইঙ্গিত পোৱা যায়।

"শিক্ষাৰ মিলন"ত ভাৰতৰ পুৰণি শিক্ষা আৰু পাশ্চাত্য শিক্ষাৰ প্ৰকৃতিৰ বিষয়ে কবিত্বপূৰ্ণ ভাবে আলোচনা কৰা হৈছে। পাশ্চাত্য শিক্ষাৰ ফলত গাঁৱৰ প্ৰতি অবহেলা আৰু গোটেই দেশখন শিক্ষিত-অশিক্ষিতৰূপে দুফাল কৰা হৈছে বুলি কোৱা হৈছে আৰু তাৰ প্ৰতিকাৰৰ বাবে আহ্বান জনোৱা হৈছে।

গান্ধীবাদী ৰাজনীতিজ্ঞ ৰাষ্ট্ৰপতি ডাঃ ৰাজেন্দ্ৰপ্ৰসাদে দিল্লীত বহা ইউনেস্কৰ গান্ধীবাদ সম্পৰ্কীয় আলোচনা চক্ৰত অহিংসাৰ স্বৰূপ আৰু প্ৰয়োগ ক্ষেত্ৰ সম্বন্ধে দিয়া চিন্তাগৰ্ভ ভাষণৰ অসমীয়া ৰূপ "অহিংসাৰ প্ৰকৃতি আৰু ক্ষেত্ৰ"। ডাঃ ৰাজেন্দ্ৰপ্ৰসাদে জীৱনৰ সৰহ ছোৱা কাল অহিংসাৰ সেৱা কৰি লাভ কৰা অভিজ্ঞতা তেওঁৰ প্ৰতিভাৰ সমন্বয়ত অপূৰ্ব্ব ভাবে প্ৰকাশ হৈছে।

"শিক্ষা আৰু বৰ্ত্তমানৰ অভাৱ অভিযোগ"ত ৰাজেন্দ্ৰপ্ৰসাদে শিক্ষাৰ মৌলিক প্ৰশ্নৰ আলোচনা কৰিছে।

"মানুহৰ স্বৰূপ" ১৯৫১ চনত দিল্লীত বহা 'ইউনেস্ক'ৰ অধিবেশনত দিয়া জৱাহৰলাল নেহৰুৰ ইংৰাজী বক্তৃতাৰ অসমীয়া ভাঙনি। নেহৰুৱে মানুহৰ আদৰ্শ আৰু কাৰ্য্যৰ চিৰন্তন মৌলিক প্ৰশ্ন তুলি তাৰ সমাধানৰ চেষ্টা কৰিছে। তেখেতে কৈছে—

"সভ্যতা মানবীয় মনৰে সৃষ্টি। তত্ৰাচ বিস্ময়কৰ হলেও এনেহে বোধ জন্মে আধুনিক জগতত যেন মনৰ কামৰ গুৰুত্ব উত্তৰোত্তৰ কমি গৈছে অথবা ই আগেয়ে যিমান গুৰুত্বপূৰ্ণ আছিল, এতিয়া যেন সিমান হৈ থকা



নাই।......এই ধাৰণা যদি শুদ্ধ হয়, তেন্তে যি সভ্যতা আমি গঢ়ি আনিছোঁ বা গঢ়িলোঁ, তাৰ মূলতে কিবা এটা খুঁত ৰৈ গৈছে।"

"বিশ্ববিদ্যালয়ৰ কৰ্ম্ম" এলাহাবাদ বিশ্ববিদ্যালয়ৰ বিশেষ সমাৱৰ্ত্তন উৎসৱত জৱাহৰলাল নেহৰুৱে দিয়া ভাষণ। ইয়াত নেহৰুৱে ভাৰতৰ ঐতিহ্যৰ গৌৰৱৰ পটভূমিত ভাৰতবাসীৰ বৰ্ত্তমান অবস্থিতিৰ বিষয়ে প্ৰশ্ন কৰিছে। সেই প্ৰশ্নৰ উত্তৰত তেওঁ কৈছে—"পৃথিবীখন যদি বাচিব লগা আছে, তেন্তে সদৌ শেষত ইয়াক বিজ্ঞানৰ পন্থা বা ভঙ্গীৰেই বচাব লাগিব।" বিশ্ববিদ্যালয়ৰ বিবিধ কাৰ্য্যৰ মূলত থকা উদ্দেশ্য সম্বন্ধে কৈছে—"বিশ্ববিদ্যালয়ে থিয় দিয়ে মানৱতাৰ হকে, সহিষ্ণুতাৰ হকে, যুক্তিৰ হকে, প্ৰগতিৰ হকে, ভাৱধাৰাৰ জয় যাত্ৰাৰ হকে আৰু সত্য অন্বেষণৰ হকে। ই থিয় দিয়ে উচ্চতৰ উদ্দেশ্যৰাজি পৰিপূৰ্ণ কৰিবৰ নিমিত্তে মানৱ জাতিৰ অগ্ৰগতিৰ অৰ্থে। যদি বিশ্ববিদ্যালয়বোৰে নিজ নিজ দায়িত্ব সুচাৰুৰূপে পালন কৰিব পাৰে, তেনেহলে জাতিৰো কল্যাণ জনৰো কল্যাণ।"

বহু ভাষাবিদ্ পণ্ডিত ৰাহুল সাংকৃত্যায়নৰ জ্ঞানৰ ভাণ্ডাৰ অনন্ত আৰু অভিজ্ঞতাও বিচিত্ৰ। সাংকৃত্যায়নৰ শতাধিক গ্ৰন্থ ইতিমধ্যে হিন্দী ভাষাত প্ৰকাশ হৈছেই। এফালে বৌদ্ধ দৰ্শনৰ 'প্ৰমাণ বাৰ্ত্তিক'ৰ পৰা মাৰ্ক্সীয় দ্বন্দ্বাত্মক বস্তুবাদলৈকে, আনফালে ঋগ্বৈদিক আৰ্য্য সভ্যতাৰপৰা সৌৰবিজ্ঞানৰ জটিল তথ্যলৈকে এনে কোনো বিষয় নাই যিটো সাংকৃত্যায়নৰ লিখনীৰ যোগেদি প্ৰকাশ হোৱা নাই। কেৱল সমীক্ষা-ধৰ্ম্মী সাহিত্যতে নহয়, সৃষ্টি ধৰ্ম্মী সাহিত্য, ৰম্য ৰচনা আৰু ভ্ৰমণ কাহিনী ৰচনাতো তেওঁৰ উদ্দাম কল্পনা, অন্তৰ্দৃষ্টি আৰু সূক্ষ্ম অনুভূতি প্ৰকাশ হৈছে।

প্ৰায় ডেৰকুৰি বছৰ আগতে নিষিদ্ধ দেশ তিব্বতলৈ গৈ প্ৰায় পোন্ধৰ মাহ কাল তেওঁ তাত থাকে। তিব্বত ভ্ৰমণৰ কাহিনী পুস্তক আকাৰে অনেক দিন আগতে হিন্দী ভাষাত প্ৰকাশ হয়। অলপতে তাৰ বঙলা ভাঙনিও ওলাইছে। ৰাহুলজীৰ কোনো কিতাপৰে সম্পূৰ্ণৰূপে অসমীয়া ভাঙনি এতিয়ালৈকে হোৱা নাই। ইয়াতো তেওঁৰ ৰচনাৰ এছোৱাৰহে ভাঙনি দিয়া হৈছে। ইয়াৰপৰাই পাঠকে তেখেতৰ ৰচনা ৰীতিৰ পৰিচয় পাব।

চিন্তাশীল লেখক, বোম্বে বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব্ব ভাইচ্ চেঞ্চেলাৰ আৰ. পি. মাছানিৰ ৰচনাৱলীৰ সৈতে অসমীয়া পাঠকৰ পৰিচয় কম। "কৃষ্টিগত বৈষম্যৰ নশ্বৰতা" নামৰ প্ৰৱন্ধত তেখেতে কৃষ্টিগত বৈষম্য যে স্থায়ী নহয়, আজি যিটো বৈষম্য বুলি প্ৰতীয়মান, সেয়ে কাইলৈ ঐক্য বুলি প্ৰমাণ হব পাৰে আৰু ভাৰতত কেনেকৈ কৃষ্টিৰ সংঘাত হৈছিল, বৈষম্য আৰু ঐক্য গঢ়ি উঠিছিল, সেই বিষয়ে আলোচনা কৰিছে।

ভাৰতীয় চিন্তাত সন্নিবিষ্ট ৰচনা কেইখন কেবাজনো সাহিত্যিক প্ৰতিভা সম্পন্ন লোকে অন্য ভাষাৰপৰা অসমীয়ালৈ ভাঙিছে। ভাঙনি বিষয়ত যিমান পৰা যায় একেটা মূলনীতিকে অনুসৰণ কৰিবলৈ চেষ্টা কৰা হৈছে। ইংৰাজী শব্দ অসমীয়া আখৰেৰে লিখোঁতে প্ৰচলিত শব্দধ্বনি ৰক্ষা কৰি বানান নিৰূপণ কৰা হৈছে।

ছপাখানাৰ ভুল ছুই-এটা থাকি যোৱা বাবে আমি ছুখিত। শেষত ভাৰতীয় চিন্তাত সন্নিবিষ্ট ৰচনা কেইখনৰ অনুবাদকসকললৈ আমাৰ শলাগ জনাইছোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডঃ প্ৰফুল্লদত্ত গোস্বামী দেৱে অনুবাদৰ হেনা-হুচা পোন কৰাকে আদি কৰি নানাপ্ৰকাৰে সহায় কৰিছে; তেখেতৰো শলাগ ললোঁ।।

আশাকৰোঁ ভাৰতীয় চিন্তাই সকলোৰে সমাদৰ পাব।

গুৱাহাটী
১৪ নবেম্বৰ, ১৯৬০

**শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী**
সচিব, প্ৰকাশন পৰিষদ

# ভূমিকা

প্ৰকাশন পৰিষদৰ এটি আঁচনি যুগুত কৰাৰ ভাৰ মোৰ ওপৰত পৰিছিল। এই আঁচনি এটি পৰ্য্যায়ত আমি ওখ ধৰণৰ চিন্তামূলক ৰচনা কেতবোৰ অসমীয়ালৈ অনুবাদ কৰোৱাৰ ব্যৱস্থা লৈছিলো। এই ব্যৱস্থা অনুসৰিয়ে ভাৰতীয় পণ্ডিত আৰু চিন্তাশীল লেখক কেইজনমানৰ ৰচনা কেইখনমান গোটাই এই সংগ্ৰহ তৈয়াৰ কৰা হ'ল। ওখ ধৰণৰ চিন্তা আৰু নতুন জ্ঞানৰ সমল—এই ছুয়োবিধকে পাঠকৰ হাতত দিয়াই আমাৰ উদ্দেশ্য।

এইখিনিতে উল্লেখ কৰা যুগুত যে বাছনিৰ কাম আহুকলীয়া হলেও অনুবাদৰ কাম প্ৰকৃততে কঠিন। চিন্তাশীল লেখকৰ ৰচনা অনুবাদ কৰা বিশেষকৈ কঠিন। এওঁলোকে জুখিমাখি লিখে, সেই লিখা কোনো এক ভাষালৈ ভাঙিবলৈ হলে যথেষ্ট ভাষাতাত্ত্বিক পৰ্য্যবেক্ষণৰ দৰ্কাৰ হয়। দ্বিতীয়তে কোনো কোনো ক্ষেত্ৰত মূলৰ অৰ্থ নাইবা ব্যঞ্জনা ধৰিব পাৰিলেও সেই অৰ্থ নাইবা ব্যঞ্জনা সমান্তৰালভাবে আন এটি ভাষাত ৰূপান্তৰিত কৰোতে এই দ্বিতীয় ভাষাৰ যি ভ.ষাতাত্ত্বিক সম্বল থাকে তাতো আজোৰ পৰিব পাৰে। অসমীয়া ভাষা যথেষ্ট উন্নত, তথাপি কিছুমান ক্ষেত্ৰত আৰু যেতিয়া বিজ্ঞান, সমাজতত্ত্ব আদি বিষয়ৰ চিন্তা ভাঙিবৰ আৱশ্যক হয়, তেতিয়া অলপ মস্কিলৰ কাৰণ যে নহয় এনে বুলি কব নোৱাৰি। সাধাৰণতে যিমান দূৰ পাৰি মূলৰ ওচৰে ওচৰে যোৱাটো প্ৰশংসনীয়, অন্ততঃ মূল চিন্তা বা সিদ্ধান্তৰ সূত্ৰ অনুসৰণ কৰি, কিন্তু কেতিয়াবা লৰাধপৰাকৈ অনুবাদ কৰোতে, নাইবা নিজৰ ভাষাত পোনপতীয়াকৈ নোৱাৰিলে, অথবা নিজৰ সামৰ্থ্য তাকৰীয়া হলে, অনুবাদ মূলৰপৰা অলপ আঁতৰি যাব খোজে। অনুবাদ কেতিয়াবা সৰসৰীয়া আৰু স্বাভাৱিক হয়, কেতিয়াবা হয় উজুটি খোৱা। অনুবাদকৰ ব্যক্তিগত সামৰ্থ্যৰ ওপৰত বহুখিনিয়ে নিৰ্ভৰ কৰে।···

আমাৰ কিতাপৰ দোষত্ৰুটীৰ সম্ভাৱনাৰ কৈফিয়ৎ হিচাপেহে এইখিনি আগ-বঢ়ালোঁ, কিন্তু যি সদিচ্ছা আৰু উদ্দেশ্যেৰে আমি কাৰ্য্যত আগ বাঢ়িছোঁ, তালৈ চাই সহৃদয় পাঠকে এই প্ৰচেষ্টাৰ শলাগ লব বুলিয়ে ভৰসা ৰাখিছোঁ।

১০।১০।৬০
গুৱাহাটী

**প্ৰফুল্লদত্ত গোস্বামী**

তলত উল্লেখ কৰা প্ৰবন্ধবোৰ প্ৰকাশৰ বাবে অনুমতি পাই কৃতজ্ঞতা জনোৱা হ'ল। জৰ্জ এলেন এণ্ড আন্‌উইন্ ( আচাৰ্য্য কৃষ্ণদেৱ )

ভাৰতীয় বিদ্যাভৱন, বোম্বে ( সিন্ধু উপত্যকাৰ সভ্যতা ); ভাৰত চৰকাৰৰ পাবলিকেচন ডিভিজন, নতুন দিল্লী ( ~~আচাৰ্য্য কৃষ্ণ দেৱ~~, লেখক আৰু বৰ্ত্তমান সঙ্কট, অহিংসাৰ প্ৰকৃতি আৰু ক্ষেত্ৰ, শিক্ষা আৰু বৰ্ত্তমানৰ অভাৱ অভিযোগ, বিশ্ববিদ্যালয়ৰ কৰ্ম্ম আৰু মানুহৰ স্বৰূপ ); পি, চি, মহলানবিচ, নতুন দিল্লী ( উদ্ভিদ আৰু উদ্ভিদ জীৱন সম্পৰ্কে হিন্দুসকলৰ ধাৰণা ); বিশ্বভাৰতী, শান্তিনিকেতন ( শকুন্তলা, শিক্ষাৰ মিলন ); কিতাপ মহল, এলাহাবাদ ( নিষিদ্ধ দেশত এবছৰ তিনিমাহ ); অক্সফোৰ্ড ইউনিভাৰচিটি প্ৰেছ, বোম্বে ( কৃষ্টিগত বৈষম্যৰ নশ্বৰতা )।

## সূচী

---

# সিন্ধু উপত্যকাৰ সভ্যতা

[ ভাৰতীয় বিদ্যাভৱনে প্ৰকাশ কৰা ডাঃ এ. ডি. পুচলকাৰৰ 'দি বেদিক এজ' নামৰ বুৰঞ্জীৰ একাংশ। ]

১৯২২ খৃষ্টাব্দৰ আগলৈকে আদি প্ৰস্তৰ যুগ আৰু নৱ প্ৰস্তৰ যুগৰ মাথোন কেইপদমান সম্পদৰ বাহিৰে প্ৰাচীন ভাৰত বুৰঞ্জীয়ে অতি কম সংখ্যক ধ্বংসাৱশেষ যোগান ধৰে আৰু অনুমানিক খৃঃ পূঃ ৫ম শতিকাৰ পিপ্ৰাৱা ধ্বংসাৱশেষকেই প্ৰাচীনতম উপকৰণ বুলি ধৰি লোৱা হৈছিল। বৈদিক সাহিত্যৰপৰা সংগৃহীত ভাৰতীয় বুৰঞ্জী আৰু সভ্যতাৰ প্ৰাচীনত্ব খৃঃ পূঃ দ্বিতীয় সহস্ৰাব্দৰ আগলৈ যায় বুলি কব নোৱাৰি। কিন্তু সিন্ধু উপত্যকাৰ হৰপ্পা, মহেঞ্জোদাৰো আৰু অন্যান্য কেইখনমান ঠাইত পোৱা সামগ্ৰী সমূহে এই সীমা আৰু বেচি দূৰলৈ নহলেও একেবাৰেই খৃঃ পূঃ ৩০০০ বছৰলৈকে পিচুৱাই নিছে, আৰু ভাৰতেও এতিয়া চুমেৰ আককাদ বেবিলন ইজিপ্ত আৰু এচিৰিয়াৰ সৈতে সভ্যতাৰ জোৰ ধৰোঁতা বুলি সন্মানৰ দাবী কৰিব পাৰে।

আমি এতিয়া বিশেষকৈ হৰপ্পা আৰু মহেঞ্জোদাৰোৰ ভগ্নাৱশেষৰপৰা এই অঞ্চলৰ কৃষ্টি সভ্যতাৰ ছবি এটি দাঙি ধৰিবলৈ চেষ্টা কৰিম।

## নগৰ

মহেঞ্জোদাৰোৰ ভগ্নাৱশেষ দেখিলে দৰ্শকে অবাক মানিব যে প্ৰাচীন কালৰ লোকসকলে নগৰ পৰিকল্পনা আৰু স্বাস্থ্য বিজ্ঞানত কি অদ্ভুত কৌশল প্ৰয়োগ কৰিছিল আৰু এজন ইংৰাজ লিখকে কোৱাৰ দৰে দৰ্শকজনে যেন লাঙ্কাছায়াৰৰ কোনো এখন বৰ্ত্তমান জীৱন্ত নগৰৰ ভগ্নাৱশেষৰ মাজত হে

থিয় হৈছে। নগৰৰ উত্তৰ আৰু দক্ষিণেদি "প্ৰথম ৰাস্তাৰে" নগৰত সোমোৱা হৈছিল আৰু এই ৰাস্তাটো যান-বাহন আৰু মানুহে চলাচল কৰিব পৰাকৈ যথেষ্ট পৰিমাণে বহল আছিল। "পূবৰ ৰাস্তাটো" প্ৰথম ৰাস্তাটোতকৈ বহল আৰু এই ৰাস্তাটোৱেই ভগ্নাৱশেষৰ মাজেদি প্ৰধান ৰাস্তা আছিল। এই দুই ৰাস্তাৰ সংযোগস্থলক পুৰাতত্ববিদসকলে "অক্সফোৰ্দ চাৰ্কাছ" আখ্যা দিছে।

নগৰৰ ভিতৰৰ চকুত লগা নিয়মিত ৰূপে কৰা বিভাগবোৰ, সুন্দৰ ভাবে শাৰী শাৰীহৈ থকা ৰাস্তাবোৰ চাৰিও পিনে গতি কৰা প্ৰধান ৰাস্তাবোৰ, ব্যক্তিগত আৰু চৰকাৰী (ৰাজহুৱা) ঘৰবোৰৰ লগত ৰাস্তাৰ সংযোগ ইত্যাদিৰ পৰা বুজা যায় যে এই নগৰ খন আগতীয়াকৈ কৰা চিন্তা আৰু পৰিকল্পনাৰ অৱদান। ৰাস্তাবোৰ ন ফুটৰপৰা চৌত্ৰিশ ফুটলৈকে বহল আৰু কোনো ক্ষেত্ৰত প্ৰায় আধা মাইল জুৰি পোনে পোনে গতি কৰিছিল।

এই ৰাস্তাবোৰ সমকোণত কটাকটি কৰি নগৰখন কিছুমান বৰ্গক্ষেত্ৰত বা আয়ত ক্ষেত্ৰত বিভক্ত কৰিছে। এই বৰ্গক্ষেত্ৰ আৰু আয়তক্ষেত্ৰৰ মাজৰ ঠাইবোৰ কিছুমান ঠেক বাটে কটাকটি কৰিছে। এই ঠেক বাটবোৰৰ দুয়োকাষে পকিঘৰবেই ভৰা। প্ৰতিটো সৰু বাটতে একোটিকৈ ৰাজহুৱা কুৱা আৰু প্ৰায়ে ঘৰে প্ৰতি একোটি নিজ কুঁৱা আৰু গা ধোৱা ঘৰ আছে। চুমেৰৰ নিচিনাকৈ ইয়াতো পকি ঘৰবোৰ কোনো ঠাইতে চৰকাৰী ৰাস্তা ঠেলি আহিবলৈ দিয়া হোৱা নাই। সৰুসৰু ৰাস্তাৰ কোণবোৰ বোজাবোৱা জন্তুৱে ঘহি যোৱা যেন লাগে আৰু যাতে বোজা পৰি নাযায় তাৰ কাৰণে ঘৰৰ কোণবোৰ ঘূৰণীয়া কৰা হৈছিল। নগৰৰ ভিতৰত বিস্তৃত নলা-পদ্ধতি দেখা যায় আৰু এই নলাবোৰৰ ভিতৰত পথলীয়া নলা, থিয় নলা ৰাস্তাৰ নলা, পানীশোহা খাল, ইত্যাদি আছে। এইবোৰৰ বিবৰণ পিচত দিয়া হব। শিল্প বাণিজ্যালয়, শিল্পী আৰু দোকানীসকল বাসকৰা চাপৰ চাপৰ ঘৰ আৰু ধনী মানুহৰ অট্টালিকাবোৰ ভগ্নাৱশেষৰ মাজত সহজে চিনাক্ত কৰিব পৰা যায়। এইবোৰ দেখিলে মুঠতে এনে ধাৰণা হয় যে ক্ৰীটৰ নিচিনাকৈ ইয়াতো গণতান্ত্ৰিক মধ্যবিত্ত অৰ্থনীতিৰ প্ৰচলন আছিল অৰ্থাৎ এই ঠাইৰ জনসাধাৰণ মধ্যবিত্তৰ আছিল।



মহেঞ্জোদাৰোৰ স্থাপত্যৰ নিদৰ্শন সাধাৰণতে অলঙ্কাৰ বিহীন আৰু কামত লগা ; এই বিলাক যিমান সুন্দৰ তাতকৈ বেচি মজবুত। চুমেৰৰ নিচিনা তেনেকুৱা জাকজমকীয়া মন্দিৰ অথবা নীল নদীৰ পাৰৰ ধুনীয়া কবৰ ইয়াত নাই। চুমেৰৰ নিচিনা গোলাকাৰ স্তম্ভ, বিশ্ৰামৰ বাটচ'ৰা আৰু অৰ্দ্ধ বৃত্তাকাৰ খুটাও ইয়াত নাই। প্ৰকৃত বৃত্তাংশ ( আৰ্চ ) অজ্ঞাত আছিল তাৰ পৰিবৰ্ত্তে বেৰৰপৰা বাঢ়ি যোৱা বৃত্তাংশ আৰু বৰ্গক্ষেত্ৰ অথবা আয়তক্ষেত্ৰ আকাৰৰ খুটাহে ব্যৱহৃত হৈছিল। কলাসুলভ অথবা মাৰ্জিত জীৱনটো আৰাম আৰু লাহ-বিলাহৰ—কৰি তোলাই আছিল সিন্ধু উপত্যকাৰ উদ্দেশ্য।

মহেঞ্জোদাৰোতকৈ হৰপ্পা অঞ্চল বেচি আহল-বহল। আৰু ইয়াৰ জীৱন কাল বেচি দীঘলীয়া। কিন্তু ইয়াৰ লক্ষণবোৰো মহেঞ্জোদাৰোৰ নিচিনা প্ৰায় এক ধৰণৰ। মহেঞ্জোদাৰোৰ তুলনাত হৰপ্পা অঞ্চলত কুঁৱা নিচেই তাকৰ। হৰপ্পাৰ ভিতৰত আটাইতকৈ ডাঙৰ আৰু অতি লেখত লবলগীয়া পকিঘৰটো হৈছে "বৃহৎ ভৰাঁল"। ই দীঘলে ১৬৯ ফুট আৰু পুতলে ১৩৫ ফুট। ২৩ ফুট বহলৰ এটি বাটে এই ভৰাঁলটো সমানে দুভাগ কৰিছে। প্ৰতি ভাগতে ছয়টাকৈ ডাঙৰ খোটালী আছে আৰু এই খোটালীবোৰ পাঁচোটা সৰু সৰু বাটেৰে পৃথক কৰা হৈছে। প্ৰতিটো খোঁটালী আকৌ চাৰিটা সৰু ভাগত বিভক্ত। হৰপ্পাত দেখিবলৈ পোৱা আন এটি আবিষ্কাৰ হৈছে সৰু বাট এটিৰে দুভাগ কৰা চৈধ্যটা সৰু সৰু ঘৰৰ সমষ্টিৰে বনুৱা থকাৰ বাসস্থান। ইয়াৰ প্ৰতিটো ঘৰ আয়তক্ষেত্ৰ আকাৰৰ, চাৰিও ফালে মুকলি, ঘৰে প্ৰতি দুটা কোঠা আৰু এখন চোতাল।

সিন্ধুনদী আৰু কিৰথাৰ পাহাৰৰ মাজৰ পাহাৰীয়া ঠেক ঠাইডোখৰত, য'ত মজুমদাৰ ডাঙৰীয়াই খনন কাৰ্য্য চলাইছিল, সেই ঠাইত মহেঞ্জোদাৰো, হৰপ্পা আৰু আন আন ঠাইৰ নিচিনা ইটা কেতিয়াও ব্যৱহৃত হোৱা নাছিল। পাহাৰৰ দাঁতিৰ ঘৰবোৰৰ তলডোখৰ দুই তিনি ফুটলৈ শিলেৰে গঁথা। ডাঙৰ ডাঙৰ ঘৰবোৰ মাটি, ইকৰা আৰু কাঠেৰে সজা। মহেঞ্জোদাৰো আৰু হৰপ্পাত কোনো গড় আবিষ্কৃত হোৱা নাই। আলিমুৰাদ

আৰু কোহট্ৰাচৰ দাঁতি-কাষৰীয়া ঠাইত গড়েৰে আগুৰি থকা শিলৰ অট্টালিকা পোৱা গৈছে। সমতলত শিল পোৱা টান কাৰণে ইয়াৰ ঘৰবোৰত কাচিৎহে শিল ব্যৱহৃত হৈছিল। মানচৰ হ্ৰদৰ চাৰিওফালে থকা ঠাইডোখৰৰ মানুহবোৰ ডাঙৰ ডাঙৰ খুটাৰ ওপৰত সজা পকিঘৰত বাস কৰিছিল।

ঘৰৰ দেৱাল, মজিয়া, গাধোৱা ঘৰ, নলা, কুঁৱা আদিত সাধাৰণ বোকা মাটিৰপৰা সজোৱা খুটা প্ৰচুৰ পৰিমাণে ব্যৱহাৰ কৰা হৈছিল। ঘৰৰ ভেটি আৰু চালতহে মাথোন ৰ'দত শুকোৱা ইটা লাগোৱা হৈছিল। ইটাবোৰ সাধাৰণতে আয়তক্ষেত্ৰ আকাৰৰ মজবুত আৰু অতিসুন্দৰ ভাৱে ৰক্ষিত আছে। এনেকি নিম্নতম স্তৰতো মজবুত ইটা পোৱা গৈছে। এনে ধৰণৰ ইটা তৈয়াৰ কৰিব পাৰিলে আজি কালিৰ কাৰিকৰেও গৰ্ব্ব অনুভৱ কৰিব। কুঁৱা খানোতে সদায় ঠিলা আকাৰৰ ইটা ব্যৱহাৰ কৰা হৈছিল আৰু এই ইটাবোৰ সাঁচত মাৰি কৰা হৈছিল। গা ধোৱা ঘৰৰ মজিয়াবোৰ যাতে সমান হয় তাৰ কাৰণে কৰতেৰে ফলা ইটা লগোৱা হৈছিল। কুঁৱাৰ ওপৰটো গাঁথিবলৈ বেকা ইটা ব্যৱহাৰ হৈছিল। এনে ধৰণৰ ইটা এতিয়ালৈকে অকল চানহুদাৰোত হে পোৱা গৈছে। ইটাবোৰ শিৰ অথবা গাত থকা নহয়। মহেঞ্জোদাৰোত ইটাৰ ভটা পোৱা গৈছে। ইটাবোৰৰ ৰং খেৰৰ ৰঙৰপৰা আৰম্ভ কৰি উজ্জ্বল ৰঙা ৰঙালৈকে দেখা যায়।

মহেঞ্জোদাৰোৰ খনন কাৰ্য্যৰপৰা সাতোটা বিভিন্ন স্তৰ চিনাক্ত কৰা যায়। এই স্তৰবোৰৰ প্ৰাচীন উপকৰণবোৰ একে ধৰণৰ ; পাৰ্থক্য মাথোন এই খিনিতে যে পাচৰ ফালৰ বসতিত পকী কৰা কামত অবনতি দেখা গৈছে। গাঁথনিৰ কাৰণে বোকা মাটিৰ চুৰ্‌কী ব্যৱহৃত হৈছিল। নলাৰ গাঁথনিত বেচি জোৰ অথবা বান্ধ প্ৰয়োজন। আৱশ্যক দেখি চূণ আৰু খড়ীমাটিৰে কৰা চুৰ্‌কী ব্যৱহাৰ কৰা হৈছিল। ইটাৰ কামৰ জোৰাবোৰ ইমান চিকনকৈ কৰা হৈছিল যে এনেকি মিহি ছুৰি এখনো তাৰ মাজত সুমুৱাব নোৱাৰি। ঠায়ে ঠায়ে পানী পিচলি যাবৰ কাৰণে মাটি তেল ব্যৱহাৰ কৰা হৈছিল।

ঘৰৰ ভেটিবোৰ যথেষ্ট দকৈ পতা হৈছিল আৰু এই ভেটিবোৰ পুৰণ



কৰিবলৈ মোটা ইটা ব্যৱহাৰ কৰা হৈছিল। প্ৰাচীন সিন্ধু প্ৰদেশত বৰকৈ বানপানীৰ উপদ্ৰৱ হৈছিল, এই বানপানীৰপৰা ৰক্ষা পাবলৈ ঘৰবোৰ বোকাৰ কৃত্ৰিম ওখ ভেটিৰ ওপৰত সজোৱা হৈছিল।

প্ৰায়বোৰ দেৱালতে ইটাবোৰ ইংলণ্ডৰ ইটা জোৰা প্ৰণালীৰে গঁথা হৈছিল—এশাৰী দীঘল ভাবে আৰু এশাৰী পথালীভাবে ইটাবোৰ পতা হৈছিল আৰু এইদৰে গাঠোতে জোৰাবোৰ যাতে একে শাৰীতে নপৰে তালৈ লক্ষ্য কৰা হৈছিল। ইটাৰ খৰছ কমাবলৈ বৰ ডাঠ ডাঠ দেৱালত বোকা অথবা ভগা পাথৰ পূৰক পদাৰ্থ হিচাবে ব্যৱহাৰ হৈছিল। প্ৰায় ক্ষেত্ৰতে পকিঘৰৰ থিয় থিয় শাৰীবোৰ অতি চমৎকাৰ দেখা যায়। ইয়াৰপৰা বুজা যায় যে সীহৰ ওলম অথবা তেনে ধৰণৰ কোনো সজুলিৰ সহায় লোৱা হৈছিল। এনে কৰোতে ওপৰৰ শাৰী ইটা তলৰ শাৰীৰ ইটাতকৈ অলপ পিচুৱাই সজাই অথবা এঢলীয়া কাষ থকা ইটা ইয়াৰ কাৰণে বেলেগে সজাই তাত লগোৱা হৈছিল। ভেটিৰ গাঁথনিৰ ওপৰৰ দেৱালবোৰত খলপা খলপিকৈ ইটা লগোৱা হৈছিল আৰু এই ইটাবোৰ মজিয়াৰ সমতলতকৈ ৩ ফুট ওখত থকা খোপনিত লগোৱা হৈছিল। সিন্ধু উপত্যকাত যিমানবোৰ পকীঘৰ খান্দি উলিওৱা হৈছে এইবোৰ মোটামুটি ভাবে তিনি ভাগত বিভক্ত কৰা যায়। যেনে (১) থকা ঘৰ (২) ডাঙৰ পকীঘৰ আৰু (৩) ৰাজহুৱা গা ধোৱা ঘৰ। থকা ঘৰবোৰ বিভিন্ন আকাৰৰ। আটাইতকৈ সৰু ঘৰবোৰৰ মাথোন দুটাহে খোটালী আছে। আনপক্ষে আটাইতকৈ ডাঙৰ ঘৰবোৰ ইমান প্ৰকাণ্ড যে প্ৰায় ৰাজ অট্টালিকা বুলিব পাৰি। থকা ঘৰৰ বাহিৰৰ দেৱালবোৰ অতি সাধাৰণ।

সাধাৰণতে ৰাস্তাৰ ফালৰপৰা এটি বাট আছে। ঘৰবোৰ যথেষ্ট সুবিধাজনক আৰু খোটালী বোৰ আহল-বহল। লগতে কুঁৱা আৰু গা ধোৱা ঘৰ। এইবোৰৰ ঢাকন থকা নলাৰ ৰাস্তাৰ নলাৰ সৈতে সংযোগ আছে। বেবিলনৰ নিচিনাকৈ সিন্ধু উপত্যকাতো মুকলি চোতাল গৃহ নিৰ্ম্মাণ প্ৰণালীৰ মূল লক্ষণ আছিল। ইটাবোৰ পথালিকৈ সজাই চোতালবোৰ নিৰ্ম্মাণ কৰা হৈছিল। চাৰিও ফালে থকা খোটালি দুৱাৰ আৰু খিড়িকীবোৰ চোতালৰ ফালে মুকলি আছিল। পকীঘৰবোৰ চোতালৰ

একোণত চালিৰ তলত আছিল আৰু তল তলাত ভড়াল ঘৰ, কুঁৱাৰ ঘৰ, গাধোৱা ঘৰ ইত্যাদি আছিল। প্ৰতিটি ঘৰতে ৰাস্তাৰ ফালে একোটিকৈ বেলেগে গা ধোৱা ঘৰ আছিল। অতি সাৱধানে ইটাৰে এই গাধোৱা ঘৰবোৰ নিৰ্ম্মিত হৈছিল। এইবোৰ এঢলীয়াকৈ সজাই অপৰিষ্কাৰ পানী বোৱাই নিয়া নলাৰ লগত লগ লগোৱা। থিয় নলাৰ চুঙাবোৰৰপৰা বুজা যায় যে ওপৰ মহলাতো গাধোৱা ঘৰ সজোৱা হৈছিল। দুৱাৰবোৰ সম্ভৱতঃ কাঠৰ আছিল আৰু দেৱালৰ চুকত লগোৱা আছিল, মাজত নহয়। সাধাৰণ ঘৰবোৰৰ বাহিৰৰ দেৱালত কাচিৎহে খিৰিকি দেখা যায়। সম্ভৱতঃ খিড়িকী বা বেৰৰ ওপৰত বতাহ চলাচল কৰিব পৰা বাটৰ বাবে চিলিঙি অথবা জিলিঙি ব্যৱহাৰ হৈছিল। প্ৰায়বোৰ ঘৰতে মোটা পকা খটখটী দেখা যায়। খটখটীবোৰ চিধা আৰু থিয়। অস্বাভাবিক ভাৱে ঠেক আৰু ওখ। কোনো কোনো ক্ষেত্ৰত খটখটীবোৰ গা ধোৱা ঘৰ আৰু শোৱানি কোঠালী থকা ওপৰ তলালৈ উঠি গৈছে। ঘৰৰ ছালবোৰ সমান আৰু কাঠৰ। অনুমান হয় যে ঘৰবোৰত পাইখানা নাছিল অথবা পাইখানাবোৰ একেবাৰে ওপৰত আছিল। কিছুমান ঘৰৰ মুকলি খোটালীবোৰ ভৰাঁল অথবা পাইখানাৰ মলি পানীৰ খাল, অথবা শোৱা কোঠালি অথবা বানপানীৰপৰা ৰক্ষা কৰিবলৈ টান ভেটি অথবা ধন সম্পত্তিৰ ভৰাল ইত্যাদি বহুত ৰকমৰ বুলি ধৰা হয়। প্ৰায় ঘৰে প্ৰতি একোটিকৈ নিজা কুঁৱা আৰু দুঘৰৰ মাজত একোটিকৈ ৰাজহুৱা কুঁৱা আছে। এই কুঁৱাৰ চাৰিওফালে পোৱা ইটাৰ পকা চোতাল ( প্লেটফৰ্ম্ম ) আৰু এই চোতালৰ একোণত থকা নলালৈ হেলনীয়া। দুটা কুঁৱাৰ ওপৰত চাৰি চুকীয়া চাল আছে আৰু দুটা কুঁৱা ডিম্বাকৃতিৰ। পানী তুলিবৰ কাৰণে একৰকম যতন ব্যৱহাৰ কৰিছিল বুলি অনুমান হয়।

বিস্তৃত আৰু সঠিককৈ কৰা নলা পদ্ধতি সিন্ধু উপত্যকাৰ এটি অদ্বিতীয় উপাদান। এনে ধৰণৰ নলা পদ্ধতি সমসাময়িক কোনো নগৰতে দেখা নাযায়। প্ৰধান প্ৰধান ৰাস্তা আৰু বহুত সৰু সৰু বাটৰ তলেদি ইটা অথবা শিলেৰে ঢকা ১ ফুটৰ পৰা ২ ফুট দ নলা আছে। এই নলাবোৰৰ মাজে মাজে সমান দূৰত্বত ঘূৰণীয়া পকাখাল আৰু পৰীক্ষা কৰিবৰ অৰ্থে



জাল পতা থাকে। প্ৰতিঘৰৰ নলাবোৰ প্ৰত্যেকটোতে একোটিকৈ ঘূৰণীয়া পকা খালে ৰাস্তাৰ নলাৰ লগত লগা, আকৌ ৰাস্তাৰ নলাবোৰ ডাঙৰ পকা নলাৰ মাজেদি নদীত পৰিছে গৈ। পানীশোহা খালবোৰ আৰু নলাবোৰ মাজে সময়ে পৰিষ্কাৰ কৰা হৈছিল আৰু নলাবোৰত পৰিষ্কাৰ কৰিবৰ কাৰণে মানুহ সোমাব পৰা বাট ৰখা হৈছিল। নগৰ প্ৰণালীৰ দৰে এই বিস্তৃত সুন্দৰ সুন্দৰ নলা পদ্ধতিয়ে চুমেৰৰ লগত মহেঞ্জোদাৰোৰ বিশেষ ধৰণৰ অমিল দেখুৱায়। চুমেৰত আছিল ৰেচিভাগ ক্ষেত্ৰতে চোতালৰ তলত থিয় মাটিৰ পাত্ৰৰ নলাৰ সুৰঙ্গ, কিন্তু এইবোৰৰপৰা পানী বাহিৰলৈ ওলাই যোৱা কোনো বাট নাছিল।

ডাঙৰ ঘৰবোৰ আগতে মন্দিৰ বুলি অনুমান কৰা হৈছিল। পিচত "খান" অৰ্থাৎ অতিথিশালা বুলি ধৰা হৈছে। ডাঙৰ "গাধোৱা ঘৰ থকা" দালানটোৰ বাহিৰে ধৰ্ম্মসম্বন্ধীয় বুলি অনুমান কৰিব পৰা কোনটি ঘৰেই এতিয়ালৈকে পৰিষ্কাৰ কৰা হোৱা নাই। অতি ডাঠ দেৱাল থকা স্তূপৰ ওচৰৰ ডাঙৰ দালানটোক "কলেজিয়েট দালান" নাম দিয়া হৈছে। সম্ভৱতঃ এইটো কোনো ডাঙৰ কৰ্ম্মচাৰী অথবা ডাঙৰ পুৰোহিত সঙ্ঘৰ নিবাস আছিল। ৮০ বৰ্গফুটৰ স্তম্ভযুক্ত সভাঘৰ এটি আছে। এইটো দীঘলীয়া ভাগত বিভক্ত। এই বিভাগবোৰত সমান আসনৰ চাপৰ চাপৰ কিছুমান বেঞ্চি সিচৰতি হৈ আছে। এই বিভাগবোৰ সমকোণত "প্ৰধান বহা আসন" আছে। এই দালানটোত সম্ভৱতঃ ৰাজহুৱা সভা সমিতি বহিছিল।

"ডাঙৰ গা ধোৱা ঘৰটো" এটা প্ৰকাণ্ড জল চিকিৎসা ব্যৱস্থাৰ অংশ বুলি ধৰা হৈছে। এনে ধৰণৰ গা-ধোৱা ঘৰে সাগৰৰ দাঁতিত আধুনিক হোটেলৰ সৌষ্ঠৱ বঢ়াব। যিটো দালানৰ ভিতৰত এইটো আছে যি দীঘলে ৩৯ ফুট, পুতলে ২৩ ফুট, ৮ ফুট দ, উক্ত আয়তক্ষেত্ৰৰ মাজত অৱস্থিত আৰু এই আয়তক্ষেত্ৰৰ চাৰিওফালে পিৰালি আছে। চাৰিও মূৰে এখনকৈ ওখ মঞ্চ একোখনকৈ খটখটী প্ৰতিটো খটখটীৰ তলত এখনকৈ মঞ্চ আছে। মজিয়া ইটাৰ আৰু দেৱালবোৰ বিশেষকৈ পৰিষ্কাৰ কৰা ইটা খড়ীমাটিৰ চুৰ্‌কীৰে গাঁথি তাৰ ওপৰত ১ ইঞ্চি দাঠকৈ তেল ( আলকাতৰা জাতীয় ) দি পানী সোমাব নোৱাৰা কৰা হৈছে। দক্ষিণ পশ্চিম কোণত ৬২ ফুট ওখ বৃত্তাংশ

আকাৰৰ এখন পকা দলং আছে। ইয়াৰ দ্বাৰাই পুখুৰীটো পূৰ আৰু খালি কৰিব পৰা হৈছিল। পিৰালিৰ পিচৰ তিনিফালে বহুত ৰকমৰ খোটালী আৰু থাক পতা ওখ আসন আছে। দক্ষিণ মূৰত সৰু সৰু খেটালীৰে সৈতে এটি বহল পিৰালি আছে। গা ধোৱা ঘৰ থকা দালানটোত ছখন দুৱাৰ আছে। এই "ডাঙৰ গা ধোৱা ঘৰটো" জনসাধাৰণৰ ব্যৱহাৰৰ কাৰণে নে ধৰ্ম্ম উছৱত ব্যৱহাৰৰ কাৰণে এইটো সঠিককৈ কোৱা টান। "ডাঙৰ গা ধোৱা ঘৰ টোৰ" দক্ষিণ পশ্চিম কোণৰ ওচৰত এটি 'হাম্মাম' অৰ্থাৎ গৰম বায়ুৰে গা ধোৱা ঘৰ আছে। ইয়াত প্ৰায় ৫ ফুট ওখ আয়তক্ষেত্ৰ আকাৰৰ কেবাখনো ওখ ইটাৰ ভেটি আছে আৰু এই ভেটিবোৰৰ কাষত থিয় সৰু খোৰাং আছে। মহেঞ্জোদাৰোত এনে ধৰণৰ আন এটি পকী ঘৰ আছে। ইয়াৰপৰা প্ৰমাণ হয় যে সিন্ধু উপত্যকাৰ অধিবাসীসকলে তপত পানীৰ বিতৰণ প্ৰথা জানিছিল আৰু তেওঁলোকৰ গৰম ভাপৰ ব্যৱস্থা আছিল। আন এটা গা ধোৱা ঘৰৰ সংস্থানত এটি সৰু বাটেৰে বিভক্ত কৰা দুইশাৰী গা ধোৱা ঘৰ আছে। প্ৰতিটি ঘৰত একোটিকৈ খটখটী, এখনকৈ ঠেক দুৱাৰ আৰু যত্ন সহকাৰে পকা কৰা মজিয়া আছে। ডঃ মেকেৰ মতে এই গা ধোৱা ঘৰবোৰ পুৰোহিত সকলৰ আৰু ডাঙৰ গা ধোৱা ঘৰটো সৰ্ব্বসাধাৰণৰ কাৰণে আছিল। সুন্দৰনগৰ পৰিকল্পনা, যথেষ্ট পৰিমাণে পানী যোগান ব্যৱস্থা আৰু কাৰ্য্যকৰী নলা পদ্ধতিয়ে মহেঞ্জোদাৰোৰ উন্নত ধৰণৰ নগৰ পৰিকল্পনাৰ প্ৰমাণ দিয়ে। সমান দূৰত্বত থকা চাকি খুটাবোৰে ৰাস্তাত চাকি থকাৰ প্ৰমাণ দিয়ে। বিভিন্ন অঞ্চলত পহৰা দিয়াৰ ব্যৱস্থাও আছিল আৰু গাড়ী ৰখা ডাঙৰ ঘৰ আৰু ৰাজহুৱা ভড়াল সাজি দিয়া হৈছিল। চহৰৰ স্বাস্থ্যৰ বাবে যে যথেষ্ট যত্ন লোৱা হৈছিল ভগা পাত্ৰৰ খোলা কুটিৰে ভৰা নগৰ বাহিৰৰ খাল বোৰত থকা জাবৰ ছাই আৰু কলা গুৰিবোৰ দেখিলেই বুজা যায়। গছ আৰু পুলিবোৰ বাঢ়িবৰ কাৰণে ঘেৰ কৰি দিয়া হৈছিল। নগৰৰ পিচৰ যুগৰ স্তৰ বিলাকত নাগৰিক কৰ্ত্তৃপক্ষৰ পৰিচালনাত অবনতি দেখা যায়। কিয়নো দালানবোৰ বিশৃঙ্খল ভাবে সজোৱা হৈছিল। ৰাস্তাবোৰ ঠেলি ঘৰ সজা হৈছিল আৰু কুমাৰ বোৰক নগৰতে বাস কৰিবলৈ দিয়া হৈছিল।

## সামাজিক আৰু আৰ্থিক জীৱন

মহেঞ্জোদাৰোত যিমানবোৰ মানুহৰ জকা খান্দি উলিওৱা হৈছে সেইবোৰ তাম্ৰ-প্ৰস্তৰ যুগৰ। জকাবোৰ নাগৰিক সকলৰে বুলি ধৰিব পাৰি। মানুহৰ মূৰৰ খোলাবোৰ পৰীক্ষা কৰি দেখা যায় যে মহেঞ্জোদাৰোত চাৰিটা জাতিৰ মানুহ আছিল যেনে (১) প্ৰটো অষ্ট্ৰেলইড্। (২) মেদিটেৰেনিয়ান্ (৩) মঙ্গোলইড্ আৰু (৪) এল্‌পিন্‌ইদ্। ভূমি সহজ লভ্য হোৱা বাবে আৰু নদীৰ যান-বাহনৰ সুবিধা থকা মহেঞ্জোদাৰোত বিভিন্ন ধৰণৰ লোকৰ বসতি হোৱাটো স্বাভাৱিক। এই ঠাই যে এচিয়াৰ বেলেগ বেলেগ ঠাইৰ মানুহৰ মিলন ক্ষেত্ৰ আছিল এই কথা ফটফটিয়াকৈ ওলাই পৰে আৰু মূৰ্ত্তি ভাস্কৰ্য্যও এই ঠাই বিভিন্ন জাতিৰ মিলন ক্ষেত্ৰ বুলি প্ৰমাণ দিয়ে।

যি দেশত প্ৰচুৰ পৰিমাণে খাদ্য-দ্ৰব্য উৎপন্ন হয় আৰু যি দেশত যান-বাহন, খেতি পথাৰত পানী যোগান ব্যৱস্থা আৰু বেপাৰ বাণিজ্যৰ সুবিধাৰ কাৰণে ডাঙৰ নদী আছে সেই দেশতহে এনে ধৰণৰ ডাঙৰ চহৰ গঢ়ি উঠিব পাৰে। খনন কাৰ্য্যৰ দ্বাৰা আবিষ্কৃত হোৱা ডাঙৰ ডাঙৰ যাঁতবোৰৰপৰা বুজা যায় যে ইয়াত বিস্তৃত ভাবে খেতি হৈছিল। ইয়াৰ লোক সকলে কি প্ৰণালীৰে খেতি কৰিছিল যদিও ভালদৰে বুজা নেযায়, ইয়াত পোৱা গম আৰু যৱ ধানবোৰ পৰীক্ষা কৰি দেখা গৈছে যে সেইবোৰ বন্যজাত নহয়।

এই ধৰণৰ যৱধানৰ খেতি আজি কালি পঞ্জাব প্ৰদেশত কৰা হয়। ওজন কৰা বস্তুবোৰৰপৰা বুজা যায় যে ধানৰো খেতি কৰা হৈছিল। ইয়াত পোৱা খেজুৰ গুটিবোৰৰপৰা প্ৰমাণ হয় যে খেজুৰো এবিধ খাদ্য-দ্ৰব্য আছিল।

গম, যৱ, চাউলৰ বাহিৰেও গাখীৰ নিশ্চয় খাদ্য দ্ৰব্যৰ ভিতৰত এটি প্ৰধান সামগ্ৰী আছিল আৰু খেজুৰৰ বাহিৰেও শাক পাচলি আৰু অন্যান্য ফল যে খাদ্যৰ সামগ্ৰী আছিল তাত কোনো সন্দেহ নাই। হৰপ্পাত মুগ, বুট আৰু

তিলৰ খেতি হৈছিল। ইয়াৰ বাহিৰেও জন্তুৰ মাংস—যেনে গৰু, ছাগলী, গাহৰি, চৰাই, ঘৰিয়াল, কাচ আদিৰ মাংস, নদীৰ জীয়া মাছ, সাগৰৰ শুকান মাছ আৰু বাকলি থকা মাছ ইত্যাদি তেওঁলোকে খাইছিল। ঘৰৰ ভিতৰত আৰু সৰু ডাঙৰ ৰাস্তাত পোৱা আধা পোৰা মাছৰ বাকলি আৰু উক্ত জন্তুবোৰৰ হাড়বোৰে স্পষ্টকৈ প্ৰমাণ কৰে যে এইবোৰ খাদ্য বস্তু আছিল।

জন্তুবোৰ ঘৰচীয়া আৰু বনৰীয়া এই দুই বিধৰে আছিল, ভাৰতীয় কুঁজ থকা ষাড়, ম'হ, ভেড়া, হাতী, গাহৰি আৰু উটৰ আচল জকাৰ চিন পোৱা হৈছে।

ভাৰতীয় কুঁজ থকা ষাঁড় অথবা "ব্ৰাহ্মণী" ষাঁড়ৰ প্ৰতিকৃতি মোহৰ বোৰত দেখা যায়। আজি কালিৰ নিচিনা ই পবিত্ৰ জন্তু আছিল বুলি অনুমান হয়। ঘোঁৰাৰ হাড়ো পোৱা হৈছে কিন্তু মাটিৰ ওপৰ ভাগৰ পৰাহে, বহু তলৰপৰা নহয়। এই বিষয়ে মতানৈক্য দেখা যায় যদিও ঘোঁৰা সিন্ধু উপত্যকা বাসীসকলৰ পৰিচিত আছিল বুলি ধৰি লোৱা উচিত হব। গৰু আৰু সিংহও পৰিচিত আছিল। মাটিৰ পুতলাৰপৰা জনা যায় যে ভাৰতীয় বাইচন বা মেথোন, গঁড়, বাঘ, বান্দৰ, কুকুৰ, ভালুক আৰু শঁহাপহু সেই সময়ৰ লোক সকলৰ পৰিচিত জন্তু আছিল। গাধ আৰু সৰু সৰু জন্তুৰ ভিতৰত নেউল, কেৰ্কেটুৱা, ভাটৌ, মৰা আৰু ঘঁৰচীয়া কুকুৰাচৰাই এইবোৰও পৰিচিত আছিল। হৰপ্পাবাসী সকলে মেকুৰী পুহিছিল।

পোছাক-পৰিচ্ছদ সম্বন্ধে, পুৰণিকলীয়া কোনো কাপোৰৰ চিনচাব আৱিস্কৃত হোৱা নাই, গতিকে এই সম্বন্ধে মূৰ্ত্তি-ভাস্কৰ্য্যৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। এটি বগা পাথৰৰ মূৰ্ত্তিৰপৰা বুজা যায় যে দুখন কাপোৰ ব্যৱহাৰ কৰা হৈছিল। চাদৰৰ নিচিনা এখন কাপোৰ বাওঁ কান্ধৰ ওপৰেদি সোঁ হাত খন মুকলি ৰাখি এই হাতৰ তলেদি লৈছিল। এই খনেই ওপৰ ভাগৰ পৰিচ্ছদ আছিল। তলৰ ভাগৰ পৰিচ্ছদ খন আছিল আজি কালিৰ ধূতিৰ নিচিনা আৰু এইখন কাপোৰ গাত একেবাৰেই লগাই পিন্ধিছিল। মাইকীৰ পোছাক পুৰুষৰ পোছাকতকৈ বেলেগ নাছিল। কাপোৰবোৰ কপাহী আছিল আৰু সম্ভৱত উলৰ কাপোৰো আছিল। এই ঠাইত পোৱা



বেজীৰপৰা অনুমান হয় যে কাপোৰবোৰ সম্ভৱতঃ চিলাই কৰি লোৱা হৈছিল।

চুলি মেলা আৰ্হিৰ বেলেগ বেলেগ ৰীতি সম্বন্ধে পুৰুষৰ বিষয়েহে বেচিকৈ জানিব পৰা যায়। কিয়নো মাইকীৰ মূৰ্ত্তিৰ চুলিৰ পোছাকে চুলিবোৰ নেদেখা কৰি পেলাইছে। বৰ্ত্তমান ভাৰতীয় তিৰোতাৰ নিচিনা অনুমান হয় যে সেই সময়ৰ তিৰোতাবোৰে বেণী গুঠি পিচৰ পিনে খোপা বান্ধিছিল। পুৰুষে দীঘল চুলি ৰাখিছিল। চুলিবোৰ হয়তো মাজতে সেওঁতা ফালি কাপোৰৰ ফিতাৰে গাঁথি পিচৰ ফালে খোপা বান্ধি চুটিকৈ ৰখা হৈছিল অথবা এটি ঘূৰণীয়া বস্তুত মেৰিয়াই মূৰৰ ওপৰত ৰখা হৈছিল। তেনে ধৰণৰ কাষৰ বস্তুবোৰে কান দুখন ঢাকি অথবা কেবাটাও গাঁথি পিঠিলৈ নি অথবা এটি বেণী এটি ডাঙৰ চকৰিত মেৰাই পিচৰপৰা আগৰ ফাললৈ আনি আকৌ ঘূৰাই নি ফিটাৰে বান্ধি থোৱা হৈছিল। চুটি চুলিবোৰ ফিটাৰে বান্ধি ৰখা হৈছিল অথবা পকাই চুলিত মৰা পিনেৰে বান্ধি থোৱা হৈছিল। ফিটাবোৰ প্ৰায়েই সোণ, ৰূপ, অথবা তামৰ আছিল। পুৰুষবোৰে দাৰি চুটীকৈ ৰাখিছিল অথবা ওপৰৰ ওঠৰ দাৰিবোৰ চুটিকৈ কাটিছিল, অথবা কেতিয়াবা একেবাৰেই খুৰাই পেলাইছিল।

প্ৰাচ্যসকলৰ প্ৰিয়বস্তু অলঙ্কাৰ মতা-মাইকী, ধনী-দুখীয়া আটায়ে পিন্ধিছিল আৰু সকলোৱে জনা কিছু মূল্যবান বাখৰ আৰু ধাতুৰ বিভিন্ন ধৰণৰ অলঙ্কাৰ পিন্ধিছিল। মাইকীবোৰে বিছনি আকাৰৰ এবিধ মুকুট পিন্ধিছিল। মূৰৰ দাঁতিত সোণ, ৰূপ, তাম মিহলি মাটিৰ আৰু খোলাৰ সৰু ঘনক্ষেত্ৰ আকাৰৰ অলঙ্কাৰ পিন্ধিছিল। ফিটা অথবা কপালীৰে কপাল অলঙ্কৃত কৰিছিল। কাণৰ দুলবোৰ সোণ, ৰূপ, তাম অথবা কাঁচ মিহলি মাটিৰ আছিল। নাকত কোনো অলঙ্কাৰ পিন্ধিছিল নে নাই বুজা নেযায়। বিভিন্ন আকাৰৰ আৰু বিভিন্ন মণিৰে মাজত মাদলী ঠায়ে ঠায়ে আৰু এমুৰত আন বস্তুদি সুন্দৰকৈ গাঁথি গলত বিভিন্ন ধৰণৰ হাৰ পিন্ধিছিল। আঙঠিবোৰ নানা ধৰণৰ আছিল, খাৰু আৰু বালা সকলোৱে ব্যৱহাৰ কৰিছিল। খাৰু আৰু বালাবোৰ সোণ, ৰূপ, তাম, ব্ৰঞ্জ, কাঁচমিহলি মাটি, খোলা আৰু মাটিৰ আছিল। সোণ আৰু ৰূপৰ খাৰুবোৰ প্ৰায় ফোপোলা আৰু গোল আছিল

আৰু ভিতৰটো কোনো আঁঠযুক্ত পদাৰ্থ অথবা লাৰে পূৰ কৰা হৈছিল। ঘূৰণীয়া মণিৰে গথা ছডাল তাৰঁৰ বালাপাট কাৰু-কাৰ্য্যৰ এটি অনুপম নিদৰ্শন। ককালত পেটি ব্যৱহাৰ কৰা হৈছিল। এনেকুৱা ছুটি সুন্দৰ পেটিৰ নমুনা পোৱা হৈছে। আজি কালি চিমলা পাহাৰৰ ওচৰে পাজৰে থকা মাইকীবোৰে ব্যৱহাৰ কৰা ধৰণৰ বেৰি সেই সময়ত ব্যৱহৃত হৈছিল। মণিবোৰ তৈয়াৰ কৰোঁতে বিভিন্ন ধৰণৰ পাথৰ, যেনে কাৰ্নেলিয়ান (সূক্ষ্ম-ফটিক) খড়িয়া পাথৰ এগেইট নামক এবিধ মণি, ফটিক ইত্যাদি পাথৰ ব্যৱহাৰ কৰা হৈছিল। ইয়াৰপৰা পাথৰ কটীয়াসকলৰ সুন্দৰ কাৰুকাৰ্য্য আৰু নৈপুণ্যৰ পৰিচয় পোৱা যায়। উপৰোক্ত অলঙ্কাৰ সমূহৰ ভিতৰত মতাই হাৰ, আঙঠি আৰু বাজু ব্যৱহাৰ কৰিছিল। এবিধ হালধীয়া খড়িয়া পাথৰৰ বুকুৰ আবৰণ,সম্ভৱতঃ পুৰোহিত সকলৰ চিহ্ন আছিল।

প্ৰসাধন আৰু সৌন্দৰ্য্যবৰ্দ্ধক উপকৰণৰ বিষয়েও আমি কিছু ধাৰণা কৰিব পাৰোহঁক। হৰপ্পাত পোৱা ভেনিটিবেগ্ বা বিলাসী মোনা আৰু ইয়াৰ ভিতৰত থকা বেজী, কাণ খুজুওৱা সজুঁলি আৰু সৰু চেপেনাটিয়ে উৰ কিশ্ব আৰু খাফাজেত পোৱা এনে ধৰণৰ উপকৰণৰ লগত সাদৃশ্য দেখুৱায়। ছুয়োবিধেই অসাধাৰণৰূপে চুলি ভাঁজ দিয়া বুজায়। প্ৰসাধনৰ পাত্ৰবোৰ আছিল হাতীদাঁত, ধাতু, মাটি আৰু শিলৰ। মূল্যবান সুগন্ধি অথবা সৌন্দৰ্য্যবৰ্দ্ধক উপকৰণবোৰৰ কাৰণে চাৰিটা খোটালী থকা খড়িয়া পাথৰৰ সৰু পাত্ৰ ব্যৱহাৰ কৰা হৈছিল। মহেঞ্জোদাৰোৰ ভদ্ৰমহিলা সকলে কাঁজল, মূখত সনা ৰং আৰু অন্যান্য সৌন্দৰ্য্যবৰ্দ্ধক সামগ্ৰীৰ ব্যৱহাৰ জানিছিল। ভিতৰত, গালত অথবা ওঠত লগোৱা ৰঙা ৰং, সেঁউজীয়া মাটিৰ টুকুৰা, মুখত সনা ৰং আৰু ক'লা সৌন্দৰ্য্যবৰ্দ্ধক দ্ৰব্য থকা খলপীয়া শামুকৰপৰা বুজা যায় যে প্ৰাচীন হিন্দুৰ প্ৰণয়া সকলে সৌন্দৰ্য্য আৰু প্ৰসাধনৰ চৰ্চ্চা কৰিছিল। এইটো মন কৰিব লগীয়া যে চানহুদাৰোত পোৱা সামগ্ৰীবোৰৰ ভিতৰত ওঁঠত লগোৱা ৰঙা ৰঙো পোৱা হৈছে। সীহৰপৰা তৈয়াৰী এবিধ মুখত সনা ৰং হয়তো চকুত চুৰ্মাৰ দৰে ব্যৱহাৰ কৰিছিল আৰু কেতিয়াবা চুলি ধোওঁতে ব্যৱহাৰ কৰিছিল। সৌন্দৰ্য্যবৰ্দ্ধক উপকৰণবোৰ লবলৈ বোধ হয় ছুয়োটা মূৰ ঘূৰণীয়া আৰু মিহি কৰা তাম আৰু ব্ৰঞ্জৰ সৰু মাৰি ব্যৱহাৰ কৰা



হৈছিল। মাইকীৰ কাৰণে বিশেষকৈ সজোৱা সৰু প্ৰসাধন মেজ আছিল। প্ৰসাধনৰ মেজৰ ওপৰত "ব্ৰঞ্জৰ" ডিম্বাকৃতিৰ দাপোণ, হাতীদাঁতৰ বেলেগ বেলেগ আকাৰৰ ফণি আদি অন্যান্য বস্তু আছিল। কিছুমান ফণি বোধহয় চুলিত মৰা হৈছিল। মতাবোৰে ব্ৰঞ্জৰ বিভিন্ন ধৰণৰ ক্ষুৰ ব্যৱহাৰ কৰিছিল।

মহেঞ্জোদাৰোত বহুত ৰকমৰ ঘৰুৱা আহিলাপাতি পোৱা গৈছে। এইবোৰ মাটি, শিল, শঙ্খ, খড়িয়াপাথৰ, হাতীদাঁত আৰু ধাতুৰ নিৰ্ম্মিত। ঘৰুৱা আহিলাপাতিৰ কাৰণে শিলৰ পৰিবৰ্ত্তে ব্ৰঞ্জ ব্যৱহৃত হৈছিল যেন অনুমান হয়। পাকঘৰৰ কাৰণে মাটিৰ বেলেগ বেলেগ সৰঞ্জাম যেনে মাংস পিহা সজুঁলী, পিঠাৰ সাঁচ, হেতা, পানী খোৱা পাত্ৰ, পিয়লা, কাঁহী, চৰিয়া, টৌ আদি, কেৰাহী, সৰুথাল, কৰচ পানী তপতোৱা যন্ত্ৰ, পানীৰ পাত্ৰ থোৱা আসন, ভৰাল পাত্ৰ ইত্যাদি তৈয়াৰ কৰা হৈছিল। তলডোখৰ জোঙা পিয়লাত পানী খোৱা প্ৰথা আছিল আৰু এইবোৰ সম্ভৱতঃ এবাৰহে ব্যৱহাৰ কৰা হৈছিল। ঘাঁত, ৰং গোলা খোলা আৰু পানীৰ পাত্ৰ থোৱা আসনবোৰ শিলৰ আছিল। পানীৰ পাত্ৰৰ ঢাকনী আৰু কৰচবোৰ খোলাৰ আছিল। ব্ৰঞ্জ আৰু তামৰ বেজী, শলা, কুঠাৰ, কৰত, কাচি, ছুৰি, বৰশী, বটালি ইত্যাদি আছিল। জালবুৰোৱাৰ কাৰণে সম্ভৱতঃ সীহৰ টুকুৰা ব্যৱহাৰ কৰিছিল।

বৈঠকখানা ( বহা কোঠা ) সজাবৰ কাৰণে চকি, চাৰপাই আৰু টুল ব্যৱহাৰ কৰা হৈছিল। সম্ভৱতঃ চাৰপাইৰ নিচিনা কাঠৰ খাট আছিল। বাহঁৰ আৰু ইকৰাৰ পাটি আছিল। তামৰ শঙ্খৰ আৰু মাটিৰ চাকি আছিল। ধ্বংসাৱশেষৰ মাজত পোৱা এটি মাটিৰ মমবাতি গছাৰপৰা বুজা যায় যে মহেঞ্জোদাৰোৰ ঘৰবোৰ আলোকিত কৰিবৰ কাৰণে সম্ভৱতঃ শলিতা লগা মমৰ অথবা চৰ্ব্বিৰ চাকিও জ্বলোৱা হৈছিল।

মাৰ্ব্বল, বল আৰু পাশাখেলাৰ বস্তু আছিল। চুমেৰ আৰু ইজিপ্ত, এই ছুয়োঠাইতে মাৰ্ব্বল খেলাৰ বস্তু হিচাবে ব্যৱহাৰ কৰা হৈছিল। খনন কাৰ্য্যৰ পৰা পোৱা বহু সংখ্যক পাশা গুটিৰপৰা বুজা যায় যে বৈদিক যুগৰ নিচিনা পাশা সৰ্ব্বসাধাৰণৰ খেল-ধেমালি আছিল। ঘনক্ষেত্ৰ আৰু চেপেটা আকাৰৰ পাশাগুটিৰ নমুনা পোৱা হৈছে। শেষৰ বিধৰ সংখ্যা সৰহ। এইবোৰ

ইউৰোপৰ নিচিনা সাধাৰণতে ঘনক্ষেত্ৰ আকাৰৰ, বৰ্ত্তমান ভাৰতত ব্যৱহৃত হোৱা আয়ত আকাৰৰ নহয়। সংখ্যাৰ ব্যৱস্থা কিন্তু ইউৰোপৰ লগত নিমিলে। ইউৰোপত যি কোনো দুইফালৰ সমষ্টি ৭। যিহেতুকে ইয়াত ১ৰ বিপৰীতে ২, ৩ৰ বিপৰীতে ৪, আৰু ৫ৰ বিপৰীতে ৬। চেপেটা পাশাগুটিবোৰ হাতী দাঁতৰ, তিনিফালে ১, ২, ৩ চিহ্ন আৰু বাকীফালটিৰ দীঘলীয়া কিছুমান ৰেখাৰে অলঙ্কৃত কৰা আছে। হৰপ্পাত পোৱা সাতোটা পাশাগুটিৰ চাৰিটীত মহেঞ্জোদাৰোৰবোৰৰ নিচিনা সংখ্যা আছে। দুটীত ১ৰ বিপৰীতে ২, ৩ৰ বিপৰীতে ৪, ৫ৰ বিপৰীতে ৬ আৰু এটিত আজি কালি বোৰৰ নিচিনা সংখ্যা আছে ( যেনে ১ৰ বিপৰীতে ৬, ২ৰ বিপৰীতে ৫ আৰু ৩ৰ বিপৰীতে ৪ )। এতেকে দেখা যায় যে সিন্ধু উপত্যকাত তিনি ৰকমে পাশাবোৰ চিহ্নিত কৰা হৈছিল। পাশাগুটি ছতিয়াই দি খেলিছিল নে কেনেকৈ খেলিছিল সঠিককৈ জনা নেযায়। সম্ভৱতঃ চালৰ ওপৰত গুটি মাৰি খেলা হৈছিল। কিয়নো অসম্পূৰ্ণ ইটাৰ ঢালৰ নমুনা পোৱা হৈছে। হাতীদাঁতৰ মাছৰ চেপেটা প্ৰতিকৃতি কিছুমান খেল ধেমালীৰ বাবে ব্যৱহাৰ কৰা দেখা যায়। ৰক্ষা কবচৰ মোহৰত থকা এজন মানুহে ধনু আৰু কাড়েৰে বনৰীয়া ছাগলী আৰু ডাঙৰ কৃষ্ণষাঁড় চিকাৰ কৰাৰ দৃশ্য আৰু হৰিণৰ ফেৰেঙনিৰ অৱশিষ্টৰপৰা বুজা যায় যে সেই সময়ত মানুহে চিকাৰ কৰিছিল। ষাঁড় গৰুৰ যুজ সম্ভৱতঃ আন এটি খেল ধেমালি আছিল। কিছুমান কথাৰ পৰা বুজা যায় যে মৰম কৰিবৰ কাৰণে আৰু যুঁজ বাগৰ লগাবৰ কাৰণে কিছুমান চৰাই পোহা হৈছিল। ফান্দ পতাৰো প্ৰথা আছিল। মাছ মৰা নিয়মিত ব্যৱসায় আছিল। মাটিৰ পুতলা সজা সৰু লৰা ছোৱালীবোৰৰ প্ৰিয় ৰং ধেমালি আছিল যেন অনুমান হয় কিয়নো সৰু লৰা-ছোৱালীৰ হাতৰ কামৰ আভজা নিদৰ্শন ভালেখিনি পোৱা হৈছে।

পুতলাৰ নমুনা বহুৰকমৰ—মনোগ্ৰাহী আৰু নিপুণ আবিষ্কৃত হোৱা বহুসংখ্যক মাটিৰ সৰু গাড়ীৰপৰা বুজা যায় যে লৰা ছোৱালীবোৰৰ এইবোৰ প্ৰিয় পুতলা আছিল। ৰঙা আচেৰে লোম বুজোৱা দুটা চকাৰ ওপৰত থিয় কৰি ৰখা আৰু ডিঙিৰ ফুটাৰেৰচি টনাৰ ব্যৱস্থা থকা মাটিৰে সজা ভেৰা খেল-ধেমালিৰ সাধাৰণ উপকৰণ আছিল। আমি জনাৰ ভিতৰত খেল-ধেমালিৰ



গাড়ীবোৰেই চকা লগা যানবাহনৰ ভিতৰত প্ৰাচীনতম নিদৰ্শন। সেই কাৰণে এইবোৰ বিশেষকৈ মন কৰিব লগীয়া।

খেলাৰ পুতলাবোৰ সাধাৰণতে, পুৰুষ, তিৰোতা, জন্তু, পেপা, জুহুকা ইত্যাদিৰ নমুনা আছিল। গোটা ভৰি থকা চৰাই, খুটাত বগাই উঠা সৰু সৰু জন্তু আৰু লৰচৰ কৰিব পৰা হাতথকা প্ৰতিকৃতিৰ পুতলা কিছুমানো পোৱা গৈছে। ঠৰঙা আহেঁৰে সজা ষাঁড়-গৰু, হাতবোৰ লৰচৰ কৰিব পৰা বান্দৰৰ নিচিনা জন্তুবোৰ কৌশলী পুতলাৰ ভিতৰত উল্লেখযোগ্য। এডাল ৰচিৰ ওপৰত তল ওপৰ কৰা আৰু এডাল ৰচিৰে আৱশ্যক মতে ইয়াৰ গতি নিৰোধ কৰা কৌশলী পুতলাও তৈয়াৰ হৈছিল।

গৰু-গাড়ী প্ৰধান যান বাহন আছিল। মহেঞ্জোদাৰোৰ পুতলাৰ গাড়ীৰ উপৰিও বৰ্ত্তমানে সিন্ধু আৰু পঞ্জাবত সাধাৰণতে ব্যৱহাৰ হোৱা এক্কা-গাড়ীৰ নিচিনা হৰপ্পাত এটি তামৰ নিদৰ্শন পোৱা হৈছে। ইয়াৰ ওপৰত ৰ'দ বৰষুণৰপৰা ৰক্ষা পাবলৈ এখন ছৈ আছে। ইয়াৰপৰা বুজা যায় যে প্ৰাচীন কালৰ লোকসকলেও বৰ্তমান সিন্ধুপ্ৰদেশৰ নিচিনা গৰুৰ গাড়ী ব্যৱহাৰ কৰিছিল আৰু এই গাড়ী সম্ভৱতঃ কান্ধত যুঁৱলি লগোৱা দুটা বলদ গৰুৰে টনা হৈছিল। কাঠৰ গাঠনিৰ ওপৰত তিনিচুকীয়া চাল থকা গৰু গাড়ীও ব্যৱহৃত হৈছিল।

ভালেমান বস্তু জোখা দগা পোৱা হৈছে। ৰচিৰে তুলিব লগীয়া ডাঙৰ ডাঙৰ দগাৰপৰা সোণাৰীয়ে ব্যৱহাৰ কৰা সৰু সৰু দগালৈকে নমুনাও পোৱা হৈছে। ঘনক্ষেত্ৰ আকাৰৰ দগা বেচি পৰিমাণে দেখা যায়। ঘন ধোৱা বৰণৰ শ্লেট পাথৰৰ কিছুমান সৰু দগাৰ লগত ইলাম আৰু মেচো-পোটেমিয়াৰ চুঙাকৃতিৰ দগাৰ মিল দেখা যায়। এইবোৰ চুচা আৰু ইৰাকৰ দগাতকৈ সঠিক আৰু বেচি জোখৰ। সৰু সৰু দগাবোৰৰ (চুচাৰ নিচিনাকৈ) অনুপাতৰ ক্ৰম দুগুণ আৰু ডাঙৰবোৰ দশমিক। ষষ্ঠিতম প্ৰথাৰ কোনো প্ৰমাণ নাই। মৌলিক ওজন আছিল ·৮৭৫০ গ্ৰাম। আটাইতকৈ ডাঙৰ দগাটোৰ ওজন আছিল ১০৯৭০ গ্ৰাম। ১৩·৬৪ গ্ৰাম হিচাবৰ ওজনেই বেচি ভাগ দেখা যায়। ইয়াৰ অনুপাত ১৬ঃ মুল ওজন। ভাৰতীয় সংস্কৃতিত ১৬ নম্বৰৰ প্ৰাদুৰ্ভাব ইয়াৰপৰা বুজা যায়। অনুমান হয় যে সঠিক ওজনৰ

কাৰণে যথেষ্ট ব্যৱস্থা লোৱা হৈছিল। দুখীয়াবিলাকে সাধাৰণতে শিলগুটি দগা হিচাবে ব্যৱহাৰ কৰিছিল। দগাৰ লগত ব্যৱহৃত কেইখনমান পাল্লা বা তুলাচনীৰ নমুনা পোৱা হৈছে। এইবোৰ বৰ সাধাৰণ যেন লাগে। এই পাল্লাবোৰ এডাল ব্ৰঞ্জৰ মাৰিত ওলমি থকা তামৰ থালেৰে গঠিত। গধুৰ দগাবোৰৰ কাৰণে নিশ্চয় ডাঙৰ নালৰ আৱশ্যক হৈছিল আৰু এই নালবোৰ সম্ভৱতঃ কাঠৰ আছিল। তুলাদণ্ডৰ ব্যৱহাৰ জানিছিল বুলি কোনো প্ৰমাণ পোৱা নেযায়।

দৈৰ্ঘ্যৰ জোখ কিদৰে লোৱা হৈছিল এইটো ধাৰণা কৰা আৰু কঠিন। প্ৰতিভাগতে গড় হিচাবে ০·২৬৪ ইঞ্চিলৈকে নটা ভাগ থকা ৬·৬২ ইঞ্চি দীঘলৰ এচটা খোলাক ডঃ মেকেই দৈৰ্ঘ্য জোখৰ সজুঁলি বুলি ধৰি লৈছে। যিহেতু পাঁচসমষ্টি ভাগবোৰৰ বিশেষত্ব থকা দেখা যায়। অনুমান হয় যে দশমিক প্ৰথা তেতিয়া বিদিত আছিল। এই জোখটোৱে ১·৩২ ইঞ্চিৰপৰা সম্ভৱতঃ ১৩·২ ইঞ্চিৰ পূৰ্ণফুটলৈকে দশমিকৰ মাপৰ হিচাব বুজায়। ইজিপ্তত চতুৰ্থ বংশৰপৰা দৈৰ্ঘ্য জোখাৰ দশমিক প্ৰথাৰ প্ৰচলন আছিল আৰু সম্পূৰ্ণ দশমিক প্ৰথা প্ৰাচীন ইলামীয় লিপিত (শিল) পোৱা যায়। আদি চুমেৰ বাসীসকলে দশমিক আৰু যষ্ঠিতম দুয়োটা প্ৰথাকে ব্যৱহাৰ কৰিছিল। সম্ভৱতঃ সিন্ধু উপত্যকাত দশমিক প্ৰথাৰ সুকীয়াকৈ উৎপত্তি হৈছিল। হৰপ্পা ধ্বংসাৱশেষত এটি ভগা মাপ-দণ্ড পোৱা হৈছে। সেইটো হৈছে ১·৫ ইঞ্চি দীঘলৰ এডাল ব্ৰঞ্জৰ মাৰি। ইয়াৰ দুয়োটা-মূৰ ভগা আৰু এইডাল সঠিককৈ সমানে চাৰিভাগত বিভক্ত। অনুমান হয় যে প্ৰাচীন জগতত বিস্তৃত ভাবে ব্যৱহৃত হোৱা ২০·৬২ ইঞ্চিৰ এহাত নিৰ্দ্ধাৰিত জোখৰ ওপৰত নিৰ্ভৰ কৰি এইডাল সজা হৈছিল। এতেকে মহেঞ্জোদাৰো আৰু হৰপ্পাত পোৱা মাপদণ্ডৰপৰা বুজা যায় যে সিন্ধু উপত্যকাত ফুট আৰু হাতৰ জোখ দুয়োটাই একেলগে চলিছিল।

মানুহে ব্যৱহাৰ কৰা ঔষধ-পাতিৰ বিষয়ে খুব কম পৰিমাণেহে আমি জানিব পাৰোহঁক। কয়লাৰ নিচিনা কলা পদাৰ্থ কিছুমান পানীৰ লগত লগ লাগিলে ঘন মুগা বৰণীয়া হৈ গলি যোৱা দেখা গৈছে। এই পদাৰ্থবোৰ অজীৰ্ণ, বহুমূত্ৰ, যকৃৎ, বাত আদি ৰোগৰ অব্যৰ্থ মহৌষধ শিলাজিৎ বুলি



চিনাক্ত কৰা হৈছে। শামুকৰ দৰে খোলাথকা 'কাট্‌ল' মাছৰ বহুত খোলা মাটিৰ পাত্ৰত সঞ্চয় কৰি ৰখা দেখা যায়। 'কাটল' মাছৰ খোলা খালে ভোক লাগে, আৰু এই খোলা কাণ, চকু, গল আৰু চৰ্মৰোগত প্ৰলেপ দিয়া হয়। হৰিণ আৰু কৃষ্ণষাঁড়ৰ শিং (সম্ভৱতঃ গড়ৰ খৰ্গও) ঔষধ পাতি হিচাবে মুল্যৱান পদাৰ্থ বুলি ধৰা হৈছিল। প্ৰবাল আৰু নিমপাত ঔষধ হিচাবে ব্যৱহাৰ কৰিছিল। এইবোৰ আজি কালিও আয়ুৰ্ব্বেদীয় ঔষধত ব্যৱহাৰ কৰা হয়।

এতেকে ভাৰতীয় দেশীয় ঔষধ পদ্ধতিৰ উৎপত্তি সিন্ধুসভ্যতাত হয় বুলি ধৰিব পাৰি।

অস্ত্ৰ-শস্ত্ৰ সজুলি আৰু আহিলা পাতিৰ নিদৰ্শন প্ৰচুৰ পৰিমাণে আবিষ্কৃত হৈছে। তামৰ অথবা ব্ৰঞ্জৰ তৈয়াৰী যুদ্ধৰ অৰ্থাৎ চিকাৰৰ অস্ত্ৰ আছিল। কুঠাৰ, যাঠি, ছুৰি, ধনু, কাঁড়, গদা, গুলটি সম্ভৱ ব্ৰঞ্জ বা তামৰ তৰোৱাল আৰু শিল ওফৰাই মৰা যতন। নালত লগাই লব পৰা চেপেতা কুঠাৰবোৰ চুচাত পোৱা আদি নমুনাবোৰৰ নিচিনা। যাঠিৰ মূৰবোৰ পাতল, কিন্তু বহল আৰু জোৰী কৰিবলৈ মাজত কামীহাড় নাই। আৰু এইবোৰৰ গুৰিত খোলৰ পৰিবৰ্তে জোঙ আছে। ডেগাৰ আৰু কটাৰীবোৰ সাধাৰণতে দীঘল আৰু গহৰ পাতৰ আকৃতিৰ—এইবোৰ কিছুমান এমুখীয়া আৰু বাকীবোৰ দুমুখীয়া। কাঁড়ৰ আগবোৰ পাতল, দীঘল ঠেক দাঁড় থকা, তামৰ চেপেতা টুকুৰা কিছুমান, কিন্তু এইবোৰৰ দীঘল জোঙ নাই। গদাবোৰ এবিধ বগাপাথৰ, বালিশিল, চূণশিল অথবা টান সেউজীয়া ৰঙৰ শিলৰ। নাচপতিৰ আকাৰৰ গদা সাধাৰণতে দেখা যায় আৰু ইলাম, মেচোপোটেমিয়া আৰু ইজিপ্তত পোৱা গদাবোৰৰ লগত এইবোৰৰ মিল আছে।

তৰোৱালৰ মাজডোখৰ যথেষ্ট দাঠ কিন্তু আগবোৰ ভোটা। ইয়াৰ দ্বাৰা বুজা যায় যে গাত খুচিবলৈ এইবোৰ ব্যৱহাৰ কৰা নাছিল। পাতল গম্বুজ আকৃতিৰ তামৰ টুকুৰাৰে তৈয়াৰী সৰু ছুটা ফুটা থকা একৰকম চকলা চকল থকা বৰ্ম্ম ব্যৱহাৰ কৰিছিল। আত্ম ৰক্ষাৰ কাৰণে সম্ভৱতঃ ঢালৰ ব্যৱহাৰ আছিল।

সজুলীবোৰৰ ভিতৰত আছিল যাঠিৰ মুৰ, বটালি, শিল-অস্ত্ৰ, চাঁচ আৰু

কৰত। কুঠাৰবোৰ দীঘল আৰু ঠেক বা ছুটি আৰু বহল আছিল। পিচৰ বিধ সম্ভৱতঃ কাঠ কাটিবলৈ ব্যৱহাৰ কৰা হৈছিল। সুৰুঙা থকা ব্ৰঞ্জৰ চাঁচ কুঠাৰ মাত্ৰ এখনহে পোৱা হৈছে। এই খন ককেচিয়া এলেকাত পোৱা কিছুমান শিলৰ অস্ত্ৰৰ লগত তুলনা কৰিব পৰা যায়। কৰতৰ কটা মুৰটো অৰ্দ্ধবৃত্তাকাৰ আৰু দাৰ থকা মুৰটো ঢৌ কটা। দাঁত থকা কৰত অন্যান্য আদিবাসী সকলৰ অবিদিত আছিল।

মহেঞ্জোদাৰোবাসী সকলে পৃথিবীৰ আন দেশৰ লগত ঘনিষ্ট সম্পৰ্ক ৰাখিছিল। নানাবিধ ধাতু, মূল্যৱান পাথৰ আৰু অন্যান্য বস্তুৰ আদান-প্ৰদানৰ কাৰণে দক্ষিণ আৰু পূৰ্ব্ব-ভাৰত, কাশ্মীৰ, মহীশূৰ আৰু নীলগিৰি পৰ্ব্বতৰ লগত সিন্ধু উপত্যকাৰ সম্বন্ধ আছিল, তাৰউপৰি ঠিক পশ্চিমে থকা দেশবোৰ আৰু মধ্য-এচিয়াৰ লগতো সম্বন্ধ আছিল। চুমেৰৰ লগত সম্বন্ধ থকা প্ৰমাণ অজস্ৰ পোৱা যায়। ইজিপ্ত আৰু ক্ৰীটৰ লগতো বেপাৰ বাণিজ্য চলিছিল। মোহৰ এটিৰ ওপৰত মাস্তুল-বিহীন, মাজত খোটালী থকা আৰু এজন গুৰিয়ালে গুৰিবঠাৰ ওপৰত বহিথকা এখন জাহাজৰ প্ৰতিকৃতিৰপৰা বুজা যায় যে সিন্ধু উপত্যকাৰ লোকসকলৰ সাগৰত চলা জাহাজৰ বিষয়ে জ্ঞান আছিল। আদি মিনোৱান, মোহৰ, চুমেৰৰ চুঙা ( ঘূৰণীয়া বস্তু ) আৰু ইজিপ্তৰ আদি বংশীয় মাটিৰ পাত্ৰবোৰৰ ওপৰত থকা নাৱৰ প্ৰাচীন প্ৰতিকৃতিৰ নিচিনা ইয়াৰ নাৱৰো আগ আৰু গুৰি বেচি ৰকমে উঠা। ডাঃ মেকেৰ মতে চুমেৰ আৰু ইলামৰ লগতো সিন্ধু উপত্যকাৰ সাগৰেদি সম্বন্ধ আছিল। গতিকে উৰ, কিশ্ব আৰু সম্ভৱতঃ ইজিপ্তৰ লগত বেহা-বেপাৰৰ সম্বন্ধ থকা মহেঞ্জোদাৰোত এটি ডাঙৰ স্থল বন্দৰ আছিল যেন অনুমান হয়।

মহেঞ্জোদাৰোত খান্দি পোৱা অৱশিষ্টবোৰৰপৰা বুজা যায় যে ইয়াত ভিন ভিন বিভাগৰ লোক বাস কৰিছিল। এই লোকসকলক বৈদিক যুগৰ চতুৰ্বৰ্ণৰ নিচিনা চাৰি ভাগত বিভক্ত কৰিব পৰা যায়, যেনে শিক্ষিত, যুজাৰু বেপাৰী আৰু শিল্পী আৰু সৰ্ব্বশেষত শ্ৰমিক বিভাগ। শিক্ষিতবোৰৰ ভিতৰত সম্ভৱতঃ পূজাৰী, বৈদ্য, জ্যোতিষী আৰু মন্ত্ৰজ্ঞবোৰ আছিল।

প্ৰত্নতাত্বিকসকলৰ মতে যুজাৰু ভাগৰ কোনো বিশেষ চিহ্ন নাই। কিন্তু প্ৰাচীন ভেটিৰ ওপৰত পোৱা ৰাজ অট্টালিকা গধুৰ তৰোৱাল ( যিয়ে বুজায় যে কিছুমান লোক অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত আছিল ), মহেঞ্জোদাৰোৰ কিছুমান পহৰীয়া থকা ঘৰ, আৰু সিন্ধু প্ৰদেশৰ কিছুমান ঠাইত থকা প্ৰাচীন যুগৰ প্ৰাচীৰে ক্ষত্ৰিয়সকলৰ নিচিনা এক শ্ৰেণীৰ লোক আছিল বুলি প্ৰমাণ দিয়ে। তেওঁলোকৰ কাম আছিল মানুহক ৰক্ষা কৰা। তৃতীয় ভাগৰ ভিতৰত বেপাৰী আৰু ভিন ভিন শিল্পী সকল, যেনে ৰাজমিস্ত্ৰী, খনিকৰ, শঙ্খ-শামুকৰ কাম কৰা লোক, তাঁতী, সোণাৰী ইত্যাদি আছিল। ঘৰুৱা চাকৰ আৰু শ্ৰমিক, যেনে চামৰা আৰু বাঁহ-বেতৰ কাম কৰা মানুহ, খেতিয়ক, মাছ-মৰা মানুহ, ইত্যাদিবোৰ শেষ ভাগত পৰিছিল।

---

# আচাৰ্য্য কৃষ্ণদেৱ

[ ডাঃ ৰাধাকৃষ্ণণে ইংৰাজী ভাষাত সম্পাদন কৰা ভগৱদগীতাৰ ভূমিকাৰ এক অংশ। ৰচনাখিনিত শ্ৰীকৃষ্ণ-পূজাৰ ঐতিহাসিক আভাস পোৱা যায়। ]

শ্ৰীমদ্ভগৱদগীতাৰ বিষয়-বস্তু লৈ আলোচনা কৰি চালে শ্ৰীকৃষ্ণ ঐতিহাসিক পুৰুষ হয়নে নহয় এই প্ৰশ্ন নিৰৰ্থক। আচল কথাই হৈছে—পৰমব্ৰহ্মৰ চিৰন্তন অৱতাৰ, আৰু বিশ্ব আৰু মানৱাত্মাত দিব্য জীৱনৰ বিকাশ।

এইটো অৱশ্যে ঠিক যে শ্ৰীকৃষ্ণৰ ঐতিহাসিকতা সম্বন্ধে যথেষ্ট প্ৰমাণ আছে। ছান্দোগ্য উপনিষদত দৈৱকী পুত্ৰ শ্ৰীকৃষ্ণৰ উল্লেখ আছে আৰু তেওঁক ঘোৰ আঙ্গিৰসৰ শিষ্য বোলা হৈছে (১)। কৌশীতকী ব্ৰাহ্মণৰ (২) মতে ঘোৰ আঙ্গিৰস সূৰ্য্যৰ পুৰোহিত। যজ্ঞৰ ব্যাখ্যা দি আৰু পুৰোহিত সকলৰ প্ৰকৃত দক্ষিণা দান, ঔদাৰ্য্য, অহিংসা, সত্যবাদিতা আদি বুলি প্ৰমাণ কৰে (৩); এই উপনিষদত কোৱা হৈছে যে, ঘোৰ আঙ্গিৰসে দৈৱকী পুত্ৰ শ্ৰীকৃষ্ণক এই কথা ব্যাখ্যা কৰি কোৱাত তেওঁ কৈছিল, যে আন্তিম কালত মানুহে এই তিনিটা ভাবৰ আশ্ৰয় লোৱা উচিত "তুমি অক্ষয়, তুমি অব্যয়, তুমিয়েই প্ৰাণ।" (৪) উপনিষদত ঘোৰ অঙ্গিৰসৰ শিক্ষা আৰু গীতাত শ্ৰীকৃষ্ণৰ শিক্ষাৰ বহুত মিল আছে।

অৰ্জ্জুন সখা শ্ৰীকৃষ্ণ মহাভাৰতৰ এটি প্ৰধান চৰিত্ৰ। পাণিনিয়ে উল্লেখ

(১) ছাঃ উঃ ৩।১৭।৬ (২) কৌঃ ব্ৰাঃ ৩০।৬

(৩) তপো দানমাৰ্জ্জৱমহিংসা সত্যৱচনম্। গীঃ ১৬।১—৩

(৪) তু/ক গীঃ ৮/১১-১৩। সম্ভৱ তেওঁ ঋগ্বেদৰ অষ্টম মণ্ডলৰ ৭৪ সূক্ত ৰচনা কৰিছিল। এইবাবেই কৌশীতকী ব্ৰাহ্মণত তেওঁক কৃষ্ণ আঙ্গিৰস বোলা হৈছে। কৌঃ ব্ৰাঃ ৩০।৯



কৰা মতে বাসুদেৱ আৰু অৰ্জ্জুন উপাস্য দেৱতা। যদুকুলৰ সাত্বত বা বৃষ্ণি শাখাত শ্ৰীকৃষ্ণৰ জন্ম হয়। সম্ভৱ তেওঁৰ ঘৰ মথুৰাৰ ওচৰ চুবুৰীয়া কোনো ঠাইত আছিল। ইতিহাস পুৰাণ আৰু কিংবদন্তী আদিত মথুৰাৰ লগত শ্ৰীকৃষ্ণৰ নাম জড়িত আছে। শ্ৰীকৃষ্ণ বৈদিক ধৰ্ম্মৰ পৌৰোহিত্য প্ৰথাৰ বিৰোধী আছিল। তেওঁ ঘোৰ আঙ্গিৰসৰপৰা যি শিক্ষা পাইছিল তাকেহে প্ৰচাৰ কৰিছিল। ইন্দ্ৰই পৰাস্ত হৈ শ্ৰীকৃষ্ণৰ বশ্যতা স্বীকাৰ কৰা আখ্যান বিলাকেই তেওঁৰ বৈদিক ধৰ্ম্মৰ বিৰোধিতাৰ এটা প্ৰমাণ। (১)

শ্ৰীকৃষ্ণত বিশ্বাস নকৰা আৰু তেওঁৰ শিক্ষা অৱমাননা কৰা সকলৰ কথা গীতাত উল্লেখ আছে। কোনো বিৰোধিতা নকৰাকৈ শ্ৰীকৃষ্ণক যে প্ৰভু বুলি মনা নাছিল এই কথাৰ ইঙ্গিত মহাভাৰতত পোৱা যায়। মহাভাৰতত শ্ৰীকৃষ্ণক ঐতিহাসিক আৰু অৱতাৰী পুৰুষ বুলি বৰ্ণনা কৰা হৈছে। শ্ৰীকৃষ্ণই সাত্বত সকলক সূৰ্য্যৰ উপাসনাৰ বিষয়ে শিক্ষা দিছিল, আৰু সম্ভৱ সাত্বত বংশৰ সকলোৱে শ্ৰীকৃষ্ণক সূৰ্য্য দেৱতা বুলিয়েই ভাবি লৈছিল। (২)

খৃষ্টীয় চতুৰ্থ শতাব্দীৰ পূৰ্ব্বতে বাসুদেৱৰ উপাসনাই প্ৰচাৰ লাভ কৰিছিল। পালি অনুশাসনাৱলীৰ অন্তৰ্গত বৌদ্ধগ্ৰন্থ "নিদ্দেশত" লিখকে বাসুদেৱৰ আৰু বলদেৱৰ কথা উল্লেখ কৰিছে। মেগেস্থেনিচৰ বিবৰণী মতে (৩২০খ্ৰীঃ পূঃ) শূৰসেনসকলে হেৰাক্লিচৰ উপাসনা কৰিছিল আৰু মথুৰা আৰু কৃষ্ণ-পুৰ নগৰ তেওঁলোকৰ ৰাজ্যৰ ভিতৰতে আছিল। বেচনগৰ শিলালিপিত (১৮০ খৃঃ পূঃ) তক্ষশিলাৰ গ্ৰীক ভাগৱত হেলিডডোৰাছে বাসুদেৱক 'দেৱদেৱ' বুলি বৰ্ণনা কৰিছে। খৃষ্ট পূৰ্ব্ব প্ৰথম শতিকাৰ নানাঘাট লিপিৰ প্ৰথম শ্লোকত উপাস্য দেৱতাৰ ভিতৰত বাসুদেৱৰ উল্লেখ আছে। ৰাধা,

(১) "মই দেৱতাৰ ইন্দ্ৰ, কিন্তু তুমি গৰুবোৰৰ ওপৰত ইন্দ্ৰত্ব পালা। গোবিন্দ বুলি তোমাক সকলোৱে আৰাধনা কৰিব।"—হৰিবংশ।

(২) ভাগৱত পুৰাণৰ মতে সাত্বত বংশৰ সকলোৱে পৰম ব্ৰহ্মক ভগবান আৰু বাসুদেৱ বুলি পূজা কৰিছিল। (৯।৯।৫০) যামুনাচাৰ্য্যই তেওঁৰ আগম প্ৰামাণ্য নামে গ্ৰন্থত কৈছে যে যি সকলে ভক্তিৰে ভগৱানক ভজনা কৰে তেওঁলোকক ভগৱত আৰু সাত্বত বোলে। সত্বাদ্ ভগৱান্ ভজ্যতে যৈঃ পৰঃ পুমান্ তে সাত্বতা ভগৱতা ইত্যুচ্যন্তে দ্বিজোত্তমৈঃ॥

যশোদা, নন্দ আদি প্ৰখ্যাত নাম বিলাক বৌদ্ধ কাহিনীবোৰতো পোৱা যায়। পতঞ্জলিয়ে তেওঁৰ মহাভাষ্যত পাণিনিৰ ৪।৩।৯৪ সূত্ৰৰ টোকাত বাসুদেৱক ভগৱৎ বুলি উল্লেখ কৰিছে। কিতাপখনৰ নাম ভগৱদ্‌গীতা, কাৰণ ভাগৱত ধৰ্ম্মত কৃষ্ণক ভগৱান বুলিহে জনা যায়। তেওঁৰ প্ৰচাৰিত ধৰ্ম্মই ভাগৱত ধৰ্ম্ম। গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে যে তেওঁ একো নতুন কথা কোৱা নাই, কিন্তু পূৰ্ব্বে তেওঁ বিবস্বানক যি কৈছিল আৰু বিবস্বানে মনুক আৰু মনুৱে ইক্ষ্বাকুক যি কৈছিল, তেওঁ তাৰেহে পুনৰাবৃত্তি কৰিছে। মহাভাৰতত কোৱা হৈছে যে ভাগৱত ধৰ্ম্ম বংশ পৰম্পৰা ক্ৰমে বিবস্বানে মনুক, আৰু মনুৱে ইক্ষাকুক কৈ আহিছে। দুয়োটা আখ্যান একে ধৰণে প্ৰচাৰ হোৱাৰপৰাই বুজা যায় যে দুয়োটা নিশ্চয় একেই। ইয়াৰ উপৰিও অন্য প্ৰমাণো আছে। নাৰায়ণীয় বা ভাগৱত ধৰ্ম্মৰ ব্যাখ্যাত কোৱা হৈছে যে এই ধৰ্ম্ম পূৰ্ব্বে ভগবানে শ্ৰীমদ্ভগবদ্‌গীতাত ব্যাখ্যা কৰি কৈছিল। আকৌ কোৱা হৈছে যে কৌৰৱ পাণ্ডৱৰ যুদ্ধৰ সময়ত উভয় সেনাদলৰ মাজত অৰ্জ্জুনে যুদ্ধ নকৰোঁ বুলি বিষণ্ণ হৈ পৰাত শ্ৰীকৃষ্ণই তেওঁক এই ধৰ্ম্মৰ উপদেশ দিছিল। এয়ে ঐকান্তিক ধৰ্ম্ম।

গীতাত শ্ৰীকৃষ্ণকে পৰম ব্ৰহ্ম বুলি কোৱা হৈছে। তেৱেঁই সমস্ত ব্ৰহ্মাণ্ডক "সূত্ৰে মণিগণা ইব" গাঁথি ৰাখিছে। দৃশ্যমান জগতত তেৱেঁই সনাতন সত্য, তেৱেঁই সৰ্ব্বব্যাপী, সৰ্ব্ব বিদ্যমান। তেৱেঁই ব্যক্ত ঈশ্বৰ, তেৱেঁই সকলোৰে জ্ঞেয়। যি অক্ষয় ব্ৰহ্মৰ উপাসনা কৰে, তেওঁলোকে অধিকতৰ ক্লেশ ভোগ কৰিহে তেওঁক পাব পাৰে। তেৱেঁই জীৱভূত পৰম ব্ৰহ্ম।

ঐতিহাসিক পুৰুষ এজনক কেনেকৈ পৰম ব্ৰহ্মৰ লগত এক বুলি প্ৰমাণ কৰিব পাৰি? কিন্তু হিন্দু ভাবধাৰাত ব্যক্তি বিশেষক পৰমাত্মাৰ লগত এক বুলি দেখুৱা এটা সাৰ্ব্বজনীন কথা। উপনিষদবিলাকৰপৰা আমি জানো যে মুক্ত আত্মা পৰমাত্মাৰ লগত এক। ঋগবেদত ( ৪।২৬ ) বামদেৱে কৈছে, "মই মনু, মই সূৰ্য্য, মই বেদজ্ঞ ঋষি কক্ষিৱান। ময়েই অৰ্জ্জুনীৰ পুত্ৰ কুৎস ঋষিক অলঙ্কৃত কৰিছিলোঁ। ময়েই উশন ঋষি, মোক চোৱা···।" কৌশিতকী উপনিষদত ইন্দ্ৰই প্ৰতৰ্দনক কৈছে, "ময়েই প্ৰাণ, ময়েই চিৎ



শক্তি। মোকেই প্ৰাণ আৰু বায়ু বুলি উপাসনা কৰা। যি মোক প্ৰাণ আৰু অব্যয় বুলি উপাসনা কৰে তেৱেঁই এই জগতত পূৰ্ণজীৱন লাভ কৰে। তেৱেঁই স্বৰ্গত অমৰত্ব আৰু অক্ষৰত্ব লাভ কৰে।" গীতাৰ গ্ৰন্থকাৰে কৈছে; ৰাগ, ভয়, আৰু ক্ৰোধৰপৰা মুক্ত হৈ মোত চিত্ত অৰ্পণ কৰি আৰু মোতে আশ্ৰয় লৈ জ্ঞান আৰু তপস্যাৰ দ্বাৰা পবিত্ৰ হৈ বহুতে মোৰ স্বৰূপ লাভ কৰে। "মই" টোৱে নিজৰ বাহিৰে আন কিবা প্ৰকাশ কৰে যিটোৰ লগত সি লয় হব খোজে। এই লয় প্ৰাপ্ত হোৱাটোৱেই ইয়াৰ জন্মান্তৰ। মুক্ত আত্মাই অনাদি ঈশ্বৰৰ অভিব্যক্তিৰ আধাৰ স্বৰূপেহে শৰীৰ ধাৰণ কৰে। কৃষ্ণই যি ঈশ্বৰত্ব দাবী কৰিছে সি প্ৰতিজন আধ্যাত্মিক জিজ্ঞাসুৰ বাঞ্ছনীয়। তেওঁ ক্ষণস্থায়ী বীৰ নহয়, তেওঁ নিজ বন্ধুবৰ্গ বা শিষ্যসকলৰ গুণ বৰ্ণনা কৰি পৃথিবী পৰিত্যাগ কৰি যোৱা নাই। পূৰ্ব্বাপৰ হিতোপদেশ দিয়াৰ দৰে এতিয়াও তেওঁ আমাৰ প্ৰত্যেককে সৰ্ব্বত্ৰ সেই একে উপদেশকে দিব লাগিছে। তেওঁ কোনো অতীত বা মৃত ব্যক্তি নহয়; তেৱেঁই আমাৰ অন্তৰাত্মা, আমাৰ আধ্যাত্মিক অভিজ্ঞতাৰ আৰাধ্য দেৱতা।

সাধাৰণ অৰ্থত ঈশ্বৰৰ জন্ম নহয়। সীমাবদ্ধ জন্ম বা অৱতাৰ পদ ঈশ্বৰত প্ৰযোজ্য নহয়। কোনো সূত্ৰত বা কোনো কাল বিশেষত ঈশ্বৰৰ অৱতাৰ বুলিলে ব্যক্তি বিশেষক লক্ষ্য কৰিহে সেই কথা বুজিব লাগিব। একাদশ অধ্যায়ত বিশ্বৰূপ দৰ্শনত সমস্ত বিশ্ব ব্ৰহ্মাণ্ডখন ঈশ্বৰৰ গৰ্ভত দেখা গৈছে। মনোদৃশ্য আৰু বাস্তৱ জগতৰ সকলো ক্ৰিয়া ভগৱানৰ গুণৰ ক্ৰিয়া মাত্ৰ। য'তে গৌৰৱ, সৌন্দৰ্য্য আৰু বলৰ আধিক্য দেখা যায়, ত'তেই ভগৱানৰ আত্মপ্ৰকাশ। যেতিয়া কোনো ব্যক্তি বিশেষে আধ্যাত্মিক উন্নতি লাভ কৰে আৰু অসীম দিব্য দৃষ্টি আৰু বদান্যতাৰ পৰিচয় দিয়ে তেতিয়াই জগতৰ চুকত ন্যায়ৰ আসনত অধিষ্ঠিত হয় আৰু আধ্যাত্মিক আৰু সামাজিক বিপ্লৱৰ সূচনা কৰে আৰু আমি তেতিয়াই কওঁ যে দুষ্কৃতসকলৰ বিনাশৰ নিমিত্তে আৰু সাধুসকলৰ পৰিত্ৰাণৰ নিমিত্তে ভগবানৰ আবিৰ্ভাৱ হয়। ব্যক্তি হিচাবে ভগৱানে ধাৰণ কৰা কৌটি কৌটি ৰূপৰ ভিতৰত শ্ৰীকৃষ্ণৰ শাৰীৰিক ৰূপটোও এটা। গীতাকাৰে ঐতিহাসিক কৃষ্ণক তেওঁৰ সখা অৰ্জ্জুনেৰে সৈতে অগণন অৱতাৰৰ

ভিতৰত এজন বুলিহে দেখুৱাইছে। মানুহৰ আধ্যাত্মিক শক্তি আৰু সুপ্ত দৈবীভাৱৰ ক্ৰম বিকাশেই অৱতাৰ। ভগৱানে নিজকে সংকোচ কৰি মানৱ ৰূপ ধাৰণ কৰাতকৈয়ো মানৱ প্ৰকৃতিৰ উন্নতি বিধান কৰি ঈশ্বৰত্ব লাভ কৰাই দৈবী ভাবাপন্ন কৰাটোৰেহে অৱতাৰৰ মূল কাৰণ।

ঈশ্বৰ বাদে নিৰ্দ্দেশ দিয়ে যে শ্ৰীকৃষ্ণই পৃথিৱীত মনুষ্যৰূপে অৱতৰণ কৰিছে। যদিও তেওঁৰ জন্ম বা পৰিবৰ্ত্তন নাই তথাপি তেওঁ বহুবাৰ জন্মগ্ৰহণ কৰিছে। শ্ৰীকৃষ্ণ বিষ্ণুৰ অৱতাৰ। তেৱেঁই পূৰ্ণব্ৰহ্ম যি পৃথিবীত অৱতাৰ ধৰি জন্ম গ্ৰহণ কৰে। সৃষ্টি বিকাশৰ দৰে ঈশ্বৰে জীৱ ভূত হোৱাৰ ফলত তেওঁৰ গুণৰ কোনো বৈষম্য নঘটে। সৃষ্টি আৰু অৱতাৰ দৃশ্য জগতৰ হে ক্ৰিয়া, চিৎ শক্তিৰ ক্ৰিয়া নহয়।

যদি অনন্ত ঈশ্বৰে যুগে যুগে অৱতাৰ ধাৰণ কৰে তেন্তে কোন বিশেষ মুহূৰ্ত্তত ব্যক্তি বিশেষৰ শৰীৰত তেওঁৰ পূৰ্ণ বিকাশ হোৱাটো অত্যন্ত স্বাভাৱিক। সৃষ্টি কাৰ্য্যৰ বাহিৰে ইয়াত আৰু নতুন একো সমস্যা নাই। যদি ঈশ্বৰৰ সাদৃশ্যত জীৱৰ সৃষ্টি হব পাৰে ; শক্তিৰ পুনৰ প্ৰয়োগত যদি নতুন শক্তিৰ মিশ্ৰণ হব পাৰে, অনন্তস্ৰোত যদি প্ৰৱাহমান হৈ থাকে ; তেন্তে মানৱ শৰীৰত এই ঐশী সত্যৰ সম্পূৰ্ণ বিকাশো হব পাৰে।

পণ্ডিত শ্ৰেণীৰ ঈশ্বৰ-তাত্বিক সকলে কয় যে ঈশ্বৰ "স্বভাৱ, স্থিতি আৰু শক্তি" ৰূপে জগতত বিদ্যমান। অনাদি, অনন্ত, অচ্যুতে পৰম ব্ৰহ্মাৰ লগত মৰণশীল জীৱৰ সম্বন্ধ অব্যক্ত যদিও ঘনিষ্ঠ। মহাত্মা সকলৰ শৰীৰত আমি ঈশ্বৰৰ প্ৰকাশ অৱতাৰ বুলি কওঁ ; মানুহৰ সত্বা আৰু ব্যক্তিত্বত ঈশ্বৰে নিজকে পুনৰ ব্যক্ত কৰে। দৃশ্য জগতত সৰ্ব্বত্ৰ বিদ্যমান ভগৱানে অৱতাৰৰ যোগেদি জগতত অধিকতৰ ভাৱে প্ৰকাশিত হয়। ঈশ্বৰে আমাক এবাৰ স্বাধীন ইচ্ছা দি, আমাৰ ওপৰতে, সৃষ্টিৰ আৰু ধ্বংসৰ সকলো ভাৰ অৰ্পণ কৰি আঁতৰত বহি চাই নাথাকে। আমাক দিয়া তথাকথিত স্বাধীন ইচ্ছাৰ অপব্যৱহাৰ হোৱা দেখিলেই তেওঁ নিজকে অৱতাৰ ৰূপে সৃষ্টি কৰি পুনৰ ধৰ্ম্মৰ পথত আগবঢ়াই দিয়ে। নিজৰ প্ৰেমত নিজেই জন্ম গ্ৰহণ কৰি সংসাৰৰ কাৰ্য্য উচ্চতৰ জ্ঞানৰ পৰিসীমালৈ নি সকলোকে কাৰ্য্যত প্ৰবৃত্ত কৰায়। মহাভাৰতৰ মতে জগতত্ৰাতা পৰমেশ্বৰৰ চাৰিটা ৰূপ আছে।



তাৰে এটা ৰূপত তেওঁ পৃথিৱীতে সাধনাত ৰত থাকে, আনটোৰে অধৰ্ম্মাভিভূত জগতবাসীৰ ওপৰত দৃষ্টি কৰে, তৃতীয়টোৰে প্ৰকৃতিৰ কাৰ্য্য চলায় আৰু চতুৰ্থটোৰে সহস্ৰ বছৰ ঘোৰ নিদ্ৰাত মগ্ন থাকে।

সম্পূৰ্ণ নিষ্ক্ৰিয়তাই ভগৱানৰ একমাত্ৰ বিষয় নহয়। হিন্দু পৰম্পৰা মতে অৱতাৰসকল কেৱল মানুহ হিচাবে আৱদ্ধ নাথাকে। দুঃখ আৰু অসম্পূৰ্ণতাই মানুহৰ বিদ্ৰোহ ভাৱৰ পৰিচায়ক নহয়। ইহঁত ঈশ্বৰৰ দৃষ্টি শক্তি আৰু প্ৰকৃতিৰ মাজৰ ব্যৱধানৰ হে পৰিচায়ক। যদি দুঃখ দুৰ্গতি মানুহৰ ধ্বংসৰ কাৰণ বুলি ধৰা হয় ; তেন্তে সাধুসকল যোগ-ভ্ৰষ্ট হোৱাৰ আমি কোনো কাৰণ দেখুৱাব নোৱাৰোঁ ; নাইবা ভ্ৰষ্টাচাৰ বা ৰোগৰো কোনো যুক্তি নাথাকিব। তেতিয়া সেই আকৌ পুৰণি প্ৰশ্নই উঠিব— সাধুসকলে যাতনা পায় কিয় ? গীতাই দেখুৱাইছে যে এজন সৃষ্টি কৰ্ত্তা আছে, তেওঁ গভীৰ শূন্যত নিজৰ ৰূপ স্থাপন কৰে। প্ৰকৃতি কেঁচামাল, ই বিশৃঙ্খল, তাৰপৰাই শৃঙ্খলাৰ সৃষ্টি কৰিব লগা হয়, পোহৰ বিকিৰণ কৰিব লগা হয়। এই দুইৰ অৱিয়াঅৱিত যেতিয়াই নিষ্ক্ৰিয় অৱস্থাৰ সৃষ্টি হয়, তেতিয়াই ঈশ্বৰে নিজকে সৃষ্টি কৰি তাৰ সক্ৰিয় অৱস্থা আনি দিয়ে। ব্ৰহ্মাণ্ড সম্বন্ধে আমাৰ যে বৰ্ত্তমান ধাৰণা সেই অনুসৰি ভগবানৰ এক অভূতপূৰ্ব্ব অভিব্যক্তিৰ কথা মানি লবলৈ আমি টান পাওঁ। এসময়ৰ জনজাতীয় ঈশ্বৰ বা দেৱতা সময়ত হ'লগৈ পৃথিবীৰ দেৱতা, পৃথিবীৰ দেৱতা এতিয়া হৈছেহি ব্ৰহ্মাণ্ডৰ দেৱতা, সম্ভৱ বহু ব্ৰহ্মাণ্ডৰ ভিতৰত এখনৰ মাথোন। গ্ৰহবিলাকৰ ভিতৰত ক্ষুদ্ৰ গ্ৰহ এটাৰ লগতে মাথোন ঈশ্বৰৰ সম্বন্ধ এনে কথাও ভাবিবলৈ বাস্তৱিক টান।

অৱতাৰ বাদ আধ্যাত্মিক জগতৰ স্বতঃস্ফুট ব্যাখ্যা। যদি ঈশ্বৰক মানুহৰ ত্ৰাণ কৰ্ত্তা বুলি ধৰা হয় তেন্তে যেতিয়াই মনুষ্য জাতিৰ ধ্বংসৰ আগন্তুক হয় তেতিয়াই তেওঁৰ আবিৰ্ভাৱ হবই লাগিব। অৱতাৰ অৰ্থে ঈশ্বৰৰ মনুষ্য জীৱনত অৱতৰণ, মনুষ্যৰ ঈশ্বৰত্বলৈ উৰ্দ্ধগমন নহয়—যিটো মুক্ত জীৱ সকলৰ পক্ষে সম্ভৱ হব পাৰে। ভগৱান আত্মজ্ঞানী জীৱ আৰু মোহান্ধ জীৱৰ ভিতৰত যথেষ্ট পাৰ্থক্য আছে।

অৱতাৰবাদে ইয়াকো সূচায় যে ঈশ্বৰ নিজে শাৰীৰিক ৰূপ ধাৰণ কৰাৰ

বিৰোধী নহয়। আমি পঞ্চ ভৌতিক দেহ ধাৰণ কৰিও পূৰ্ণ সত্য জ্ঞান লাভ কৰিব পাৰোঁ। মানুহৰ প্ৰকৃতি বন্দীশালৰ দৰে নহয়, ই দিব্য জীৱনৰ উপায়ো হব পাৰে। সাধাৰণ মানুহৰ কাৰণে মনুষ্য জীৱন আৰু পঞ্চভৌতিক দেহা অজ্ঞান আন্ধাৰত মোহ গ্ৰস্ত অৱস্থাত পৰি থাকে ; কিন্তু ই সদায় তেনে হৈ থাকিব নালাগে। দৈবী শক্তিয়ে এই ক্ষণভঙ্গুৰ জীৱন আৰু শৰীৰটোকেই নিজৰ কাৰণে ব্যৱহাৰ কৰিব পাৰে ; কিন্তু মানুহৰ মায়াবৃত বদ্ধজ্ঞানৰ শৰীৰ, প্ৰাণ আৰু শক্তিৰ ওপৰত সেই পূৰ্ণ অনুশাসনৰ ক্ষমতা নাই।

সৰ্ব্বশক্তিমান ঈশ্বৰে ভূ-ভাৰ হৰণৰ কাৰণে সাকাৰ ৰূপ ধাৰণ কৰে বুলি গীতাই স্বীকাৰ কৰিছে যদিও, গীতাই ঈশ্বৰৰ অনন্ত ৰূপৰ ওপৰত, নাইবা ব্যক্তি বিশেষত ভগবানৰ সাক্ষাত লাভৰ ওপৰত, নাইবা মনুষ্য জীৱনত দিব্যজ্ঞানৰ বিকাশ হোৱাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছে। এই দুই ভাৱ ধাৰাই ভগবানৰ ব্যাপকত্ব আৰু ক্ষুদ্ৰত্ব একেই বহু, বহুৱেই এক —এই ক্ৰিয়া শক্তিৰ মাত্ৰ আভাস দেখুৱাইছে, এতেকে ইহঁত পৰস্পৰ বিৰোধী বুলি ভাবিবৰ কোনো কাৰণ নাই। মনুষ্য জাতিৰ আধ্যাত্মিক উন্নতিৰ ক্ৰম বিকাশৰ ইচ্ছুক পৰব্ৰহ্মৰূপী আচাৰ্য্যই অন্তৰাত্মাৰপৰা এই ঘোষণা কৰিছে। কৃষ্ণৰ অৱতাৰেই মায়ামোহ গ্ৰস্ত জীৱনত ভগবানৰ মুক্ত বিকাশৰ এটা প্ৰমাণ। ভাগৱতৰ মতে ঘোৰ অন্ধকাৰ মাজ ৰাতি অন্তৰাত্মাত লুকাই থকা ভগবান দৈৱকীৰ গৰ্ভত আবিৰ্ভূত হল।

নিশীথে তম উদ্ভূতে জায়মানে জনাৰ্দনে
দেৱক্যাং দেৱৰূপিণ্যাং বিষ্ণুঃ সৰ্ব্বগুহাশয়ঃ ॥
বসুদেৱ গৃহে সাক্ষাৎ ভগৱান্ পুৰুষঃ পৰঃ।

—ভাগৱৎ ১০।৩।৮

তমোময় অন্ধকাৰৰ মাজৰপৰা জ্যোতি প্ৰকাশ হল। অন্ধকাৰৰ কাৰণেহে মানুহে পোহৰৰ সত্বা উপলব্ধি কৰিব পাৰিলে। অন্ধকাৰ নিবাৰণেই শ্ৰীকৃষ্ণৰ আবিৰ্ভাবৰ কাৰণ। "ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।"

বাসুদেৱৰ ঔৰষত দৈৱকীৰ গৰ্ভত শ্ৰীকৃষ্ণৰ জন্ম হয়। সত্বগুণ পবিত্ৰ হলে, বুদ্ধি কাম ৰহিত হলে, তাত চিৎশক্তি বিকশিত হয়। প্ৰলয় কালত সকলো যেতিয়া ধ্বংস প্ৰাপ্ত হয়, তেতিয়াই দিব্যজ্যোতিৰ আলোক



পৃথিবীৰ ওপৰত পৰে। এটা আকস্মিক ৰশ্মিয়ে আমাৰ অন্তৰ উদ্ভাসিত কৰে আৰু আমি নতুন জীৱন দেখিবলৈ পাওঁ। যেতিয়াই আমাৰ ভিতৰত চিৎশক্তি ( দিব্যজীৱন ) বিকাশ হবলৈ ধৰে, তেতিয়াই মায়া আঁতৰি যায় ; আত্মাৰ ৰুদ্ধ-দ্বাৰ আপোনা আপুনি মুকলি হয়। ভগৱান সকলোৰে অন্তৰত বিৰাজমান, আত্মাৰ অজ্ঞান আন্ধাৰ আঁতৰিলেই আমি দিব্য-বচন শুনো, দিব্য-জ্যোতি লাভ কৰোঁ আৰু দিব্য-শক্তি অনুভৱ কৰোঁ। জীৱাত্মাৰ জ্ঞান পৰমাত্মাৰ জ্ঞানৰ লগত একীকৰণ হয়। কৃষ্ণৰ অৱতাৰ ধাৰণ কাৰ্য্যই ঈশ্বৰে ৰক্ত মাংসৰ শৰীৰ ধাৰণ কৰাতকৈয়ো মনুষ্যক দেৱত্বলৈ ৰূপান্তৰিত কৰাটোকেহে বেচি বুজায়।

আচাৰ্য্যই তেওঁৰ শিষ্যক নিজৰ অৱস্থা "মম সাধৰ্ম্ম্যম্" লাভৰ কাৰণে শনৈঃ শনৈঃ নিৰ্দ্দেশ দি চলাই নিয়ে। অৰ্জ্জুন যুক্তিকামী সত্য অন্বেষণ কাৰী শিষ্য। দিব্য জীৱনৰ অন্তৰায় অজ্ঞান, মিথ্যা, মৃত্যু আদি অন্ধকাৰময় শক্তিৰ লগত তেওঁৰ যুদ্ধ। তেওঁ ধৰ্ম্ম সংমূঢ় অৱস্থা প্ৰাপ্ত হৈ, কৰ্ম্ম, অকৰ্ম্ম, বিকৰ্ম্মৰ ভেদাভেদ বুজিব নোৱাৰি কৃষ্ণৰূপী জগদ-গুৰুৰ উন্নততৰ আত্মাৰ আশ্ৰয় ললে। মই তোমাৰ শিষ্য, তুমি মোৰ হিত সাধন কৰা। মোৰ অজ্ঞান অন্ধকাৰ নাশ কৰা। মোৰ বিগত জ্ঞান মোক দিয়া, মোক কৰ্ম্মত প্ৰবৃত্ত কৰা। শৰীৰ ৰূপ ৰথত আৰোহীজন অৰ্জ্জুন, কিন্তু ৰথী শ্ৰীকৃষ্ণ। তেৱেঁই যাত্ৰা পৰিচালনা কৰিব লাগিব। প্ৰত্যেক ব্যক্তিয়েই শিষ্য, প্ৰত্যেকেই যুক্তিকামী ঈশ্বৰ অন্বেষণ কাৰী জীৱ, যদি তেওঁ একান্ত মনেৰে ভক্তি ভাবেৰে ভগৱানক বিচাৰে তেন্তে আৰাধ্য ভগৱান জীৱন পথৰ চলাওঁতা হব। সেই কাৰণে শিক্ষাৰ গুৰুত্বলৈ চাই শিক্ষক জন ঐতিহাসিক পুৰুষেই হয় নে সাক্ষাৎ ভগৱানেই সাকাৰ ৰূপ হয় এইকথাৰ বিশেষ মুল্য নাই। আত্মাৰ বিষয়ে সত্য হাজাৰ হাজাৰ বছৰৰ পূৰ্ব্বে যি আছিল আজিও সি একেদৰেই আছে। জাতি বা সাম্প্ৰদায়িক ভেদে তাত কোনো প্ৰতিক্ৰিয়া কৰিব নোৱাৰে। আচল কথা সত্য বা তত্বাৰ্থ, ঐতিহাসিক ঘটনা ইয়াৰে ছায়া মাত্ৰ।

# লেখক আৰু বৰ্ত্তমানৰ সংকট

[ ১৯৫৪ চনৰ ১৬ এপ্ৰিলত অনুষ্ঠিত পি-ই-এন কংগ্ৰেছৰ অধিবেশনত দিয়া ভাষণ ]

বন্ধু সকল, আন্নামালাই বিশ্ববিদ্যালয়ে তামিল অধ্যয়নৰ বাবে কৰা প্ৰশংসনীয় কাৰ্য্যৰ বিবৰণ শ্ৰী চি, পি, ৰামস্বামী আয়াৰে দিছেই। তামিল ভাষা তামিল-ভাষী জনসাধাৰণৰ আত্মাৰ প্ৰতীক স্বৰূপ। এই ভাষাৰ এক সুদীৰ্ঘ ইতিহাস আছে আৰু এতিয়াও ই এটা শক্তিশালী আৰু গতিশীল ভাষা। শ্ৰীজৱহৰলাল নেহৰুৱে ভাৰতীয় ভাষাসমূহৰ বিভিন্নতা সত্ত্বেও ভাৰতৰ মূল ঐক্যৰ কথা কৈ গৈছে আৰু বিভিন্ন ভাষা-ভাষী লোকে পৰস্পৰৰ সাহিত্য অধ্যয়ন কৰি বিভিন্ন ভাষা সাহিত্যৰ মাজত থকা আৰু আদৰ্শৰ সংযোগ-সূত্ৰ অনুধাবন কৰিবলৈ উৎসাহ দিছে। পি, ই, এন-এ আৰু এখোজ আগবাঢ়ি আমাৰ পৃথিৱীৰ বহল সীমালৈ আগুৱাই নিছে।

পি, ই, এনৰ ভাৰতীয় শাখা একুৰি এবছৰীয়া হৈছেহি। বিশ্ব ঐক্য আৰু সৰ্ব্ব মানবীয় সৌভ্ৰাতৃত্ব গঢ়াৰ ক্ষেত্ৰত এই অনুষ্ঠানৰ সম্ভাৱনাত আস্থা ৰখা মেডাম চোফিয়া ৱাডিয়াই ১৯৩৩ চনত ইয়াৰ স্থাপন কৰে।

পি, ই এন-অৰ ভাৰতীয় শাখাই অত বছৰে দেশৰ ভিতৰত ঐক্য আৰু বাহিৰত বুজা বুজিৰ ভাৰ বৃদ্ধি কৰিছে। ই ভাৰতৰ বিভিন্ন ভাষা ভাষী অঞ্চল সমূহৰ মাজত যোগসূত্ৰ স্থাপনৰ আৰু ভাৰতবৰ্ষ আৰু পৃথিৱীৰ ভিন ভিন জাতিৰ মাজত সেতু বন্ধনৰ কাম কৰিছে। এই অনুষ্ঠানৰ এটি প্ৰয়োজনীয় উদ্দেশ্য হৈছে, এটা সমিল মনৰ সম্প্ৰদায় গঢ়ি তোলা কিয়নো, জগতৰ স্থায়ী শান্তিৰ এইয়ে অতি আৱশ্যকীয় ভিত্তি।

কোনো বাঞ্ছিত ফল লাভ কৰিবলৈ চৰকাৰে যি স্থলত প্ৰয়োগ কৰে ক্ষমতা আৰু মঞ্জুৰি, আমি সহায় লওঁ বুজনিৰ, আমি আবেদন কৰোঁ যুক্তি আৰু আবেগৰ আৰু বক্তৃতা বা লেখনীত শব্দ ব্যৱহাৰ কৰোঁ ভবিষ্যতৰ গঢ় দিবলৈ। আমি বিশেষ কোনো জাতি, ধৰ্ম্ম বা আদৰ্শবাদৰ সপক্ষে নহওঁ। মানৱতাই আমাৰ লক্ষ্য, শান্তিয়েই আমাৰ কাম্য।

আমাৰ প্ৰথম সভাপতি ৰবীন্দ্ৰনাথ ঠাকুৰ ভাৰতীয় আধ্যাত্মিকতাৰ দ্বাৰা



অনুপ্ৰাণিত হৈছে যদিও, তেওঁ বিশ্বমানৱতাৰ কথা উল্লেখ কৰিছে। তেওঁৰ বিশ্বভাৰতীৰ বাবে সৰ্ব্বদেশৰ, সৰ্ব্বজাতিৰ আৰু সংস্কৃতিৰ সহযোগিতা বিচাৰিছিল। সৰ্ব্বমানবীয় আত্মীয়তা-বন্ধনেৰে নতুন পৃথিৱী এখন গঢ়িবলৈ জীৱন-জোৰা চেষ্টা তেওঁ কৰি গৈছে। আমাৰ দ্বিতীয় গৰাকী সভানেত্ৰী সৰোজিনী নাইডুৱে অনুভৱ কৰিছিল যে ভাৰতীয় সংস্কৃতি নীৰস বৈচিত্ৰ্যহীন নহয়; ই ঐশ্বৰ্য্যপূৰ্ণ আৰু বৈচিত্ৰ্যময় সংস্কৃতি। বহু জাতি আৰু বহু ধৰ্ম্মত বিভক্ত হৈয়ো ভাৰতৰ আত্মা এক। এটা সামূহিক সাংস্কৃতিক দৃষ্টিভঙ্গীৰ পুষ্টিসাধনৰ বাটত ভাষাৰ বিভিন্নতাই কোনো বাধাৰ সৃষ্টি নকৰে। আমাৰ দুয়োজন সভাপতিয়ে সৰ্ব্ব মানবীয় ঐক্যৰ কল্পনাৰে অনুপ্ৰাণিত হৈছিল। এনে উদাহৰণ অনুসৰণ কৰিবলৈ সুযোগ পাই আমি কবি, নাট্যকাৰ, সম্পাদক আৰু ঔপন্যাসিকসকলে আমাৰ কামেৰে পৰস্পৰৰ মাজৰ ভুল বুজাবুজিৰ কুঁৱলী আঁতৰাব লাগে আৰু আমাৰ এই উগ্ৰ পৃথিৱী-খনত বন্ধুত্বৰ অনুকূল পৰিবেশ গঢ়ি তুলিব লাগে।

আমাৰ কামৰ ধৰণত যদি কিবা বৈপ্লৱিক পৰিবৰ্ত্তন আনিব খোজোঁ, তেনেহলে আমাৰ চিন্তাধাৰাতো পৰিবৰ্ত্তন আনিব লাগে। আমি প্ৰথমে জনসাধাৰণৰ চিন্তা আৰু অন্তৰত বিপ্লৱৰ সূচনা কৰিব লাগে।

আমি আজি যেন পৰ্ব্বতৰ থিয় গৰাৰ কাষত বৈ আছোঁ। আণৱিক আৰু উদ্‌যানৰ বিধ্বংসী শক্তিৰ উন্নয়নে আমাৰ চিন্তাৰ ওপৰত ছাঁ পেলাইছে। আমাৰ বিবেক বুদ্ধি জৰ্জ্জৰিত কৰিছে। যুক্তৰাষ্ট্ৰৰ এজন বৈজ্ঞানিকে কৈছে যে প্ৰথম আণৱিক বিস্ফোৰণ ঘটোতে তাৰ ধোৱা আৰু শিখাই মাটিৰপৰা উধাই গৈ যেতিয়া নিউ মেক্সিকান চিটিৰ প্ৰান্ত সীমা স্পৰ্শ কৰিলেগৈ তেতিয়া তেওঁৰ ভগবদ্‌গীতালৈ মনত পৰিছিল। তেওঁ উদ্ধৃতি দিছে: 'হেজাৰ সূৰ্য্যৰ জ্যোতি একেলগে আকাশত বিচ্ছুৰিত হলেহে সেই পৰম পুৰুষৰ ঐশ্বৰ্য্যৰ সমান হ'ব!.........'ময়েই হ'ম জগতক প্ৰকম্পিত কৰা মৃত্যু।' উদ্‌যান বোমাৰ ধ্বংসলীলা ইয়াতকৈ মাৰাত্মক। এই বোমাৰ অজস্ৰ বিধ্বংসী শক্তিয়ে যুদ্ধৰ সম্ভাৱনা নাইকিয়া কৰিব বুলি আমি ভাবোঁ। কিন্তু এই সীমাহীন বিভীষিকাৰ ভাবুকিৰে আমি মানুহৰ ভয়, লোভ আৰু ঘৃণাৰ দৰে হীনতৰ প্ৰবৃত্তিবোৰক হে আহ্বান জনাওঁ।

ভাৰতীয় দৰ্শনৰ মতে, মানুহৰ মন সৎ আৰু অসতৰ চিৰকলীয়া ৰণ-ভূমি। মানৱ-মন দুৰ্ব্বলতা আৰু অপূৰ্ণতাৰে আক্ৰান্ত হলেও মহৎ উদ্যম আৰু সৃষ্টিকামী প্ৰচেষ্টাৰ সম্ভাৱনাৰে পূৰ্ণ। মানৱ জীৱন জৈৱিক প্ৰেৰণা আৰু মৃত্যু কামনাৰ অনুভূতিৰ সংমিশ্ৰণ মাত্ৰ; যস্য ছায়া অমৃতম্, যস্য মৃত্যুঃ, যাৰ ছায়া অমৰতা আৰু মৃত্যু। ঋক্ বেদত এইদৰে কৈছে। মহাভাৰতত আছে—

অমৃতঞ্চৈৱ মৃত্যুশ্চ দ্বয়ং দেহে প্ৰতিষ্ঠিতম্।
মৃত্যুৰাপদ্যতে মোহাৎ সত্যেনাপদ্যতেঽমৃতম্॥'

মানুহৰ স্বভাৱতে অমৰতা আৰু মৃত্যু নিহিত আছে। মোহৰ গৰাহত পৰিলে সি মৃত্যুৰ কাষ চাপে; সত্যৰ পোহৰত সিয়ে অমৃত লাভ কৰে। হিতোপদেশৰ এটা শ্লোক অন্ততঃ আমি সকলোৱে জানো যে ক্ষুধা নিদ্ৰা, ভয়, আৰু মৈথুন মানুহ আৰু ইতৰ প্ৰাণী সকলোৰে আছে। সত্য আৰু অসত্যৰ জ্ঞানেই মানুহক ইতৰ প্ৰাণীৰপৰা পৃথক কৰিছে। জীৱন আৰু মৃত্যু, প্ৰেম আৰু হিংস্ৰতাই মানুহৰ মনত অহৰহ যুদ্ধ চলাই আছে।

আধুনিক মনস্তত্বই এইকথাকে মনস্তাত্বিক পৰিভাষাত ব্যাখ্যা কৰিছে। প্ৰত্যেক মানুহৰে দুটাকৈ প্ৰবৃত্তি আছে যি ৰক্ষা আৰু একীভূত কৰে তাক ইৰটিক বা অনুৰাগ জনিত প্ৰবৃত্তি বোলে। শব্দটো প্লেটোৰ চিম্পোছিয়ামৰ পৰা আহিছে। যি ধ্বংস বা হত্যা কৰে তাক ধ্বংসাত্মক প্ৰবৃত্তি বোলে। এই মৃত্যু প্ৰবৃত্তিয়ে সকলো সময়তে মানুহৰ মনত ধ্বংস বাসনাক জগাই তুলিব খোজে। আনহাতে ইটো প্ৰবৃত্তিয়ে জীৱনৰ প্ৰগতিৰ অনুকূলে কাম কৰে। কিন্তু এই দুই বিপৰীত মুখী প্ৰবৃত্তিয়ে কেতিয়াও অকলশৰে কাম নকৰে। যম-কন্যা কৃষ্ণাঙ্গী যমুনা আৰু শিৱৰ জটাৰপৰা ওলোৱা গঙ্গাৰ পানী যিদৰে মিহলি হৈ বৈছে, সেইদৰে এই দুই প্ৰবৃত্তিও সদায় সান মিহলি হৈ থাকে। আদৰ্শবাদৰ আহ্বানেও কেতিয়াবা কেতিয়াবা এই বিধ্বংসী প্ৰবৃত্তিক প্ৰৰোচিত কৰে। সাধাৰণ মানুহ সদায়েই সহৃদয় আৰু সৎ, বন্ধু ভাবাপন্ন আৰু সহযোগী। কিন্তু প্ৰচাৰ আৰু সংস্কাৰৰ ধুৱা তুলি তুলি তেওঁলোকৰ শক্তি প্ৰাচুৰ্য্যক নিম্নগামী কৰা হয় আৰু বিধ্বংসী প্ৰবৃত্তিক উচতাই দি তেওঁলোকক এদল স্নায়বিকবিকাৰ গ্ৰস্তলৈ পৰিণত কৰে। মহৎ



প্ৰয়োজনৰ নামত ইতিহাসৰ নিষ্ঠুৰ কাৰ্য্যবোৰ সংঘটিত হয়। উদাহৰণ স্বৰূপে, খৃষ্টীয় অনুষ্ঠান ইংকুইজছনৰ নৃশংসতাবোৰ ধৰ্ম্মৰ নামত প্ৰশ্ৰয়পোৱা বিধ্বংসী প্ৰবৃত্তিবোৰৰপৰাই উদ্ভৱ হৈছিল। অতীজত স্বাধীনতা, গণতন্ত্ৰ, সম্মান, ন্যায় প্ৰতিষ্ঠা আদি মহৎ প্ৰয়োজনৰ আহ্বানত মানুহৰ মনত যুদ্ধ স্পৃহাৰ ব্যাধি সোচঁৰিছিল। বেছিভাগ সময়তে এই মহৎ আহ্বানবোৰ প্ৰকৃততে ক্ষমতা-লিপ্সা, ধৰ্ম্মৰ অদ্ভুত কল্পনা আৰু জাতি-সংস্কাৰৰ বিভ্ৰান্তিকৰ ছদ্মবেশহে আছিল। সেইদেখি সকলো প্ৰকাৰ যুদ্ধকে ন্যায় আৰু ধৰ্ম্ম যুদ্ধ হিচাপে গণ্য কৰা হৈছিল।

সহজাত প্ৰবৃত্তিৰ জীৱন ক্ৰমান্বয়ে যুক্তিৰ প্ৰভাবাধীন হৈয়েই সভ্যতা গঢ়ি উঠিছে। কোনো হেঁচা বা ভীতি প্ৰদৰ্শনৰ দ্বাৰা পৰাভূত নোহোৱা, সত্য-অন্বেষণত উৎসাহী স্বাধীন—চিন্তাশীল লোকে সমষ্টিৰ চিন্তাক আগঠাই দিয়া আৰু আক্ৰমণাত্মক প্ৰবৃত্তিৰ শক্তিক নিস্তেজ কৰি দিয়া উচিত।

ৰাষ্ট্ৰসংঘই যি বিৰাট শক্তি লাভ কৰিছে সিয়ে যুদ্ধক বাধা দি ৰাখিব পাৰিব বুলি ভবাৰ আগতে আমি মনত ৰাখিব লাগে যে, সেই আদিম বন্য মানুহ প্ৰত্যেক মানৱ মনৰ গভীৰত শুই আছে। অনুভূতি সমূহৰ ভিতৰত স্বাধীনতাৰ লগত নিচেইকৈ সঙ্গতি নথকা আৰু মানুহৰ সবাটোকৈ গ্লানিজনক অনুভূতি হৈছে ভয়। মানুহৰ মনত ভয়ৰ বীজ সুমুৱাই দি সিহঁতৰ নৈতিকতাক হত্যা কৰি আমি সিহঁতৰ মনৰ মেৰুদণ্ড ধ্বংস কৰি দিওঁ। লণ্ডনৰ শিক্ষক এজনে এবাৰ এইদৰে লেখিছিল: "স্কুললৈ যাওঁতে বাটত বাছত এঘাৰ বছৰীয়া লৰা এটাক লগ পাই সুধিলোঁ—সিনো ডাঙৰ হলে কি হব বুলি ভাবিছে। উত্তৰত সি ক'লে, 'ছাৰ সেই বিষয়ে মই চিন্তা কৰাৰ প্ৰয়োজন নাই। সিমান দিনলৈ আমি ডাঙৰ হব পৰা ঠাই অকণেই ক'তো নাথাকিব।"

প্ৰিন্সিপাল জেক্‌চে পৰামৰ্শ দিছে যে যুদ্ধৰ হাত সাৰিবৰ একমাত্ৰ উপায় হৈছে—দুয়ো পক্ষই নিজৰ নিজৰ যিমানবোৰ বোমা আছে আটাইবোৰ যুদ্ধ আৰম্ভ হোৱাৰ লগে লগেই ব্যৱহাৰ কৰিম বুলি ঘোষণা কৰা। ফিল্ড মাৰ্শ্বেল লৰ্ড মণ্টেগোমাৰীয়ে এই মাহৰ ছয় তাৰিখ মঙ্গলবাৰে লণ্ডনৰপৰা এটি বেতাৰ বক্তৃতাত কৈছে: 'যদিহে যুদ্ধ জ্বলি উঠে তেন্তে দুয়ো পক্ষই আৰম্ভণিতে আণৱিক অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰিব।'

প্ৰেচিডেণ্ট আইচেন হাৱাৰে কৈছে ঃ 'যেতিয়ালৈকে ক্ৰেমলিনৰ কৰ্ত্তা সকলে আমি যথেষ্ট শক্তিমন্তাৰে তেওঁলোকক প্ৰত্যাঘাত দিব পৰা ক্ষমতাত আছো বুলি জানিব পাৰিব ; তেতিয়ালৈকে তেওঁলোক যুদ্ধ-ঘোষণাৰ সিদ্ধান্ত লব নোৱাৰে। আৰু যদিহে তেনে সিদ্ধান্ত লয়ো তেনেহলে সি হয় মগজুৰ অসুস্থতাৰ ফলত, নহয় হিছাপৰ ভুলতহে লব। সেই দেখি আমাৰ আশঙ্কা হয় যে হয়তো কিছুমান স্নায়বিকৰোগীয়ে যুদ্ধৰূপী ভয়াল যন্ত্ৰটোৰ ওপৰত তেওঁলোকৰ নিয়ন্ত্ৰণ হেৰুৱাব আৰু মূহুৰ্ত্ততে শত শতাব্দী জুৰি গঢ়ি উঠা সকলোবোৰ চূৰ্ণাকৃত কৰি দিব। প্ৰত্যাঘাতৰ ক্ষমতাই আমাক কোনো নিৰাপত্তাৰ আশ্বাস দিব নোৱাৰে। আমি যেন ভয়, ঘৃণা সন্দেহৰ এক অসুস্থ ৰাজ্যতহে বাস কৰিছোঁ। প্ৰেচিডেণ্ট আইচেন হাৱাৰে ১৯৫৪ চনৰ ১৭ মাৰ্চ্চত এখন প্ৰেছ মেলত কৈছিল ঃ "পৃথিবীখন অজস্ৰ ভয়ত অস্থিৰ হৈ পৰিছে। আমি ক্ৰেমলিনৰ মানুহবোৰলৈ ভয় কৰিছোঁ। তাৰ আশে-পাশে থকা আমাৰ বন্ধু সকলৰ কি অৱস্থা তেওঁলোকে কৰিব তালৈ ভয় কৰিছোঁ। দেশৰ ভিতৰত বিপৰ্য্যয় বা উৎকোচ নাইবা প্ৰবঞ্চনাৰ বিৰুদ্ধে যুদ্ধ দিবলৈ যাওঁতে তেওঁলোকে আমাৰ দেশৰ ভিতৰত কি অনুচিত পৰীক্ষা-নিৰীক্ষা কৰে তালৈকো আমি ভয় কৰি আছো। হতাশাৰ আশঙ্কা কৰিছো আমি, কৰ্ম্ম সংস্থান হেৰুৱাৰ ভয় কৰিছো। এই সকলোবোৰ ভয়ৰ চিন্তাই মানুহৰ মনৰ ওপৰত হেচা পেলাইছে তাৰ ফলত উত্তেজনা পূৰ্ণ প্ৰতিক্ৰিয়াই দেখা দিছে।"

তেওঁ লেখ দিয়া শঙ্কা সমূহ দূৰ কৰিবলৈ প্ৰেচিডেণ্ট আইচেনহাৱাৰে আমেৰিকাৰ অদৃষ্টৰ ওপৰত ভৰসা ৰাখিব খোজে। স্নায়ুদুৰ্ব্বল হোৱা আৰু উত্তেজনাপূৰ্ণ প্ৰতিক্ৰিয়াৰ কাৰণ হৈছে, আধ্যাত্মিকতা আৰু আমেৰিকাৰ অনুষ্ঠান সমূহৰ ওপৰত আস্থা হেৰুওৱা আমাৰ জীৱনতকৈয়ো বেছি মূল্য দিয়া গণতান্ত্ৰিক জীৱন-যাত্ৰাৰ ওপৰত বিশ্বাস হেৰুওৱা। গণতান্ত্ৰিক জীৱন-যাত্ৰা পদ্ধতিৰ অৰ্থ কি ? বিশ্বাস, সহনশীলতা, মানি লব নোৱাৰিলেও আনৰ মতৰ ওপৰত শ্ৰদ্ধা, সকলোৰে প্ৰতি ন্যায় ব্যৱহাৰ, নিজৰ চিন্তা ব্যক্ত কৰাৰ ক্ষমতা, নিজ বিবেক বুদ্ধিৰে কাম কৰা, নিজে বিচৰা মতে কৰ্ত্তব্য কৰা, ভঙা-গঢ়াত নিজ মতামত দিব পৰা, এটা চৰকাৰৰ তলত থকা, শাসকসকলৰ



বাবে যিমানেই অপ্ৰীতিকৰ নহওক লাগিলে, নিজৰ মতানুসৰি সংস্কাৰ সাধন কৰা।

আমাৰ বহুতো সমস্যাৰ মূল হৈছে অবদমিত জাতি সমূহে আমি নিজৰ ক্ষেত্ৰত অতি প্ৰিয় বুলি ভবা স্বাধীনতাকে সিহঁতেও দাবী কৰিছে। এচিয়া আৰু আফ্ৰিকাৰ অশান্ত অৱস্থাই প্ৰমাণ কৰিছে যে গণতন্ত্ৰ বিস্তৃতহে হৈছে, ইয়াৰ বিনাশ নাই। আমি যদি আন্তৰিকতাৰে বিশ্বাস কৰোঁ যে, সকলো মানুহ সমান হিছাপে সৃষ্টি হৈছে, জাতি ধৰ্ম্ম কুল নিৰ্ব্বিশেষে সকলোৰে জীৱন, স্বাধীনতা, সুখ, আকাঙ্ক্ষাৰ অধিকাৰ আছে, যদি আমি ধৰ্ম্মৰ মূল তত্ত্ববোৰ গ্ৰহণ কৰি এইকথা মানো যে আমি সকলোৰে এক ধৰ্ম্মৰ তলতীয়া ঈশ্বৰৰ কাষত ইহুদী, অনা ইহুদীৰ প্ৰভেদ নাই ; গ্ৰীক আৰু বৰ্ব্বৰৰ পাৰ্থক্য নাই ; আমি যদি সম্মিলিত জাতি সংঘৰ চনদ কাৰ্য্যকৰী কৰিবলৈ আগ্ৰহান্বিত ; গণতন্ত্ৰৰ প্ৰতি আমাৰ আস্থা যদি ওপৰুৱা নহৈ আন্তৰিকহে তেতিয়া হলে সমগ্ৰ পৃথিবীক খণ্ডিত কৰা সমস্যা সমূহৰ ৰূপেই সলনি হৈ যাব। তেতিয়া আমি উপনিবেশিক আধিপত্য, অৰ্থ নৈতিক পীড়ন, বৰ্ণ বৈষম্যৰ দ্বাৰা উৎপীড়িত সকলৰ জীৱনক দুৰ্ব্বহ কৰি তোলা দুখ কষ্ট সমূহ আঁতৰাই সকাহ দিবলৈ তেওঁলোকৰ কান্ধত কান্ধ মিলাই থিয় দিম। এইবোৰ সমস্যাৰ কমিউনিজমৰ লগত কোনো সম্পৰ্ক নাই। এইবোৰ স্বাভাৱিক স্বদেশিক আৰু বৈধ সমস্যা। আমি নিৰ্ভয়ে এচিয়া আৰু আফ্ৰিকাৰ নিষ্পেষিত লোকসকলৰ বিক্ষোভ আৰু বিদ্ৰোহৰ সন্মুখীন হব লাগিব। আৰু আনহাতে যদি আমি শোষকৰ পক্ষ লৈ শোষিতক দায়ী কৰো, যদি বল আৰু ভীতি প্ৰদৰ্শনৰ দ্বাৰা মানৱ জাতিক শাসন কৰিবলৈ বিচাৰোঁ আৰু যদিহে আমি পৃথিবীৰ শান্তিহীন মানুহক আশা আৰু বিশ্বাসৰপৰা বঞ্চিত কৰি নিজৰ ভিতৰতে খোৱা-কামোৰা কৰি থাকো তেনেহলে পৃথিবীৰ পৰিস্থিতিৰ বাবেও আমি নিজকে দায়ী কৰিব লাগিব। সমগ্ৰ বিশ্ব যদি আজি চাৰিও ফালৰপৰা হেচাত ৰুদ্ধ হৈ আছে তেনেহলে সি আমাৰ কুণ্ঠা আৰু আপোচ মনোভাৱৰ বাবেহে।

যথোপযুক্ত মূল্য নিদিয়াকৈ শান্তি লাভ কৰাটো সম্ভৱ নহয়। যাৰ দান কৰিব পৰা কিবা আছে, যাৰ ক্ষমতা আৰু ঐশ্বৰ্য্য আছে সিহে মূল্য

দিব পাৰে। তেওঁলোকে নিজৰ ক্ষমতা মানৱ দলনত ব্যৱহাৰ নকৰিবলৈ, ঐশ্বৰ্য্য দুৰ্নীতিত নখটুৱাবলৈ সংকল্প কৰা উচিত। ক্ষমতা আৰু ঐশ্বৰ্য্য মানুহৰ হাতত চিৰকাল নথকা দি জাতিৰ হাতৰপৰাও আঁতৰি যাব পাৰে। এছিৰীয়া, বেবিলন, ক্ৰীট, ইজিপ্ট, গ্ৰীচ, ৰোম, স্পেইনৰ অৱস্থা আমাৰ চকুৰ আগত ভাহি আছে। যি কোনো জাতিৰ অক্ষম সম্পদ হল পৃথিবীৰ সমগ্ৰ জাতিৰ সাৰ্ব্বজনীন উত্তৰাধিকাৰত সাহিত্য আৰু কলাত, বিজ্ঞান আৰু চৰকাৰী শাসনত, স্বাধীনতা আৰু গণতন্ত্ৰত যিখিনি বৰঙনি দিব পাৰিছে সেইখিনিহে।

জাতীয়তা বা আদৰ্শগত সংঘাতৰ ক্ষেত্ৰত আমি মাৰাত্মক ধৰণৰ সামৰিক সমাধান নিবিচাৰি মানবীয় স্থায়ী কোনো সমাধান বিচৰাহে যুগুত। মানৱ জাতিক শ্বেতাঙ্গ আৰু কৃষ্ণাঙ্গ এই দুই ভাগত ভাগোৱা উচিত নহয়। এই পাৰ্থক্যই বিৰাট মানৱ সম্প্ৰদায়ৰ মাজত যি ঘৃণাৰ ভাৱ সৃষ্টি কৰে সি মানবীয় সম্পৰ্ক স্থাপনৰ অন্তৰায়। সকলো দেশৰেই জনসাধাৰণ আমাৰ দৰেই সাধাৰণ মানুহ। তেওঁলোকে আমাৰ দৰেই দৈনন্দিন কামবোৰ কৰে। লৰা ছোৱালীৰ যতন লয়, নিজৰ খেতি পথাৰত কাম কৰে আৰু ওচৰ চুবুৰীয়াৰ লগত শান্তিৰে থাকিবলৈ বিচাৰে। তেওঁলোকৰ কিছুমান হয়তো চৰকাৰৰ হাতত স্বেচ্ছাই ক্ৰীড়নক আৰু কিছুমান হয়তো তেওঁলোকৰ কবলিত বলি। যি সকলে ভয়ানক দুৰ্দ্দশাৰ ভয় দেখুৱাই আমাৰ বিৰোধিতা কৰিছে, তেওঁলোকক ভাবুকি দিয়াতকৈ আমি তেওঁলোকৰ মহত্বৰ প্ৰকৃতিৰ ওচৰত আবেদন কৰিব লাগে। আমি পৰস্পৰক ভাল নেপাব পাৰো, কিন্তু পৰস্পৰৰ মাজত আলোচনাত ইজনে সিজনক বুজিবৰ যত্ন কৰাত কোনো বাধা থাকিব নোৱাৰে। আমি নিজকে আনৰ পৰিস্থিতিত পেলাই লৈ তেওঁলোকৰ অনুভূতিক উপলব্ধি কৰিবলৈ শিকিব লাগে।

আজি এই ইষ্টাৰৰ শুক্ৰবাৰে এইকথা সোঁৱৰাটো বোধ হয় অপ্ৰাসঙ্গিক নহব যে, ক্ৰুশেই হৈছে চৰম জয়; জীৱনৰ দ্বাৰা মৃত্যুৰ গ্ৰাস। পৰস্পৰৰ বুজাবুজি আৰু সহানুভূতি, অগ্নি আৰু অস্ত্ৰতকৈয়ো শক্তিশালী। 'বিনম্ৰ সকলেই পবিত্ৰ'; যি সকলৰ সহনশীলতা, নম্ৰতা, বুদ্ধিমত্তা আৰু প্ৰেম আছে তেওঁলোকেই সুখী। যীশুৱে কৈছে "মোৰ পিতাৰ ৰাজ্যত বহুতো অট্টালিকা আছে।" কোনো জাতিয়ে নিজক সৃষ্টিৰ ওপৰত চৰ্দাৰী কৰিবলৈ স্বৰ্গৰ অনুমোদন পোৱা বুলি ধৰি লব নালাগে। কোনো মানুহ আমাতকৈ সুকীয়া ধৰণৰ হ'ল বুলিয়েই আমি তেওঁলোকৰ লগত যুদ্ধ কৰা উচিত নহয়। আমাৰ উদ্দেশ্য হৈছে তেওঁলোকক নকৈ গঢ়ি লবলৈ সুযোগ দিয়া, তেওঁলোকৰ চকু মুকলি কৰা; তেওঁলোকৰ কামৰ ধাৰাৰ অসাৰতা দেখুৱাই দিয়া আৰু মানৱতাৰ প্ৰাচুৰ্য্যপূৰ্ণ দিগন্তলৈ দৃষ্টি বহলাই দিয়া। আমি হয়তো যথেষ্ট ঘৃণা আৰু ভুল ব্যাখ্যা সহ্য কৰিব লাগিব, কিন্তু গণতান্ত্ৰিক জীৱন ধাৰাত পৰোপকাৰ আৰু সহানুভূতিৰ প্ৰয়োজন। যুদ্ধত কোনো গৌৰৱ নাই, গৌৰৱ সৌহাৰ্দ্যতহে। পৃথিবীৰ কোনো চৰকাৰেই যেতিয়া আমাক সামূহিক ভাবে ধ্বংসত জাহ যাবলৈ দিব নোখোজে তেতিয়া আমি আপোচৰ চেষ্টা কৰিবই লাগিব। আপোচ-মীমাংসা যদি সম্ভৱ নহয়, তেন্তে শান্তিও অসম্ভৱ। কিন্তু শান্তিৰ অৰ্থ শক্ৰৰ হাতত আত্ম-সমৰ্পণ নহয়। আপোচৰ অৰ্থ তোষণ নহয়; বোমা-ঝঙ্কৃত কূটনীতিও নহয়। জটিল সমস্যা সমূহ থাকিবই, সেইবোৰৰ সম্মুখীন হব লাগিব আৰু সমাধানো কৰিব লাগিব। তৎক্ষণাত সেইবোৰ সমাধান কৰিব নোৱাৰিবও পাৰো। গতিকে সমস্যাৰ মাজতে বাস কৰিবলৈ আমি শিকিব লাগিব। হঠাতে ভোজ-বাজীৰ দৰে পৃথিবীখন সলনি কৰি দিব নোৱাৰি মানুহৰ প্ৰগতিয়ে অনন্ত সময় সাৱটি লয়। অধৈৰ্য্য বা নিৰুৎসাহ হোৱাৰ কোনো সকাম নাই। পৰাজয়ত খং উঠাও উচিত নহয়। ভুল কৰা অপৰাধ নহয়; ই যৌৱন অপৈণত। নীৎজে কৈছে, "গছৰ আগ যদি স্বৰ্গ পায়গৈ তাৰ শিপাও নৰক পাবগৈ।" স্বৰ্গ আৰু নৰকৰ মাজত বিৰোধ নাই। বিৰোধ হল উন্নয়নৰ উচ্চ আৰু নিম্নস্তৰৰ মাজতহে। আমাৰ দৃষ্টিয়ে যেতিয়া ভালবেয়াৰ গুলুম বন্ধা দিগ্‌বলয় ভেদ কৰি যাব তেতিয়া আমি দুৰ্ব্বলীৰ দুৰ্ব্বলতাৰ প্ৰতি সদয় হৈ নিজৰ প্ৰতিহে কঠোৰ হম।

কৰ্ম্ম বিহীন বিশ্বাস ফোপোলা। যাৰ সেই কৰ্ম্মপ্ৰেৰণা নাই তেওঁলোকক গণতান্ত্ৰিক স্বাধীনতা দিয়াও উচিত নহয়। আমাৰ প্ৰতিকূল আচৰণ কৰোঁতা সকলৰ লগত গণতান্ত্ৰিক মনোভাৱ প্ৰদৰ্শন কৰিবলৈ আমি সাজু নহওঁ। পৃথিবীক আকৌ বৰ্ব্বৰতাৰ যুগলৈ উভটি

যোৱাত বাধা দিবলৈ হলে আমাৰ আদৰ্শ সমূহৰ প্ৰতিও অবিশ্বাস আতঁৰাব লাগিব।

ফৰাচী প্ৰবাদ এটা আছে, যুদ্ধ ইমানেই গুৰুত্ব পূৰ্ণ কথা যে ইয়াক সামৰিক নায়কৰ হাতত এৰি দিব নোৱাৰি। সেইদৰে আমিও কব পাৰো যে শান্তি ইমানেই আলসুৱা যে আমি তাক ৰাজনীতিবিদৰ হাতত এৰি দিব নোৱাৰো। পথ নিৰ্দ্দেশক আৰু অনুপ্ৰাণিত কৰা ভাষণ দিয়া আমাৰ প্ৰধানমন্ত্ৰী অকল ৰাজনীতিবিদেই নহয়। বুদ্ধিনিষ্ঠ লোক সকলে তেওঁ-লোকৰ এখন সাৰ্ব্বজনীন সমাজ গঠন কৰাৰ দায়িত্ব উপলব্ধি কৰিব লাগে— যি সমাজ হব সচাঁকৈয়ে মুক্ত আৰু গণতান্ত্ৰিক, মানৱাত্মাৰ পবিত্ৰতাৰ ওপৰত যাৰ ভেঁটি। পি-ই-এনৰ উদ্দেশ্যও হ'ল—"বিভিন্ন ৰাষ্ট্ৰৰ মাজত ভাল বুজাবুজি আৰু পৰম্পৰাৰ প্ৰতি সম্মান ; জাতি, শ্ৰেণী আৰু ৰাষ্ট্ৰীয় বিদ্বেষ দূৰ কৰা আৰু শান্তিৰে এখন পৃথিৱীত এক মানৱ পৰিয়াল হিচাপে বাস কৰা।" আমাৰ যুগৰ দুঃসহ যাতনাৰ মাজেদি মানুহৰ মুক্ত প্ৰাণে শান্তি আৰু নিৰাপত্তা বিচাৰি লব পৰা সৰ্ব্ব মানৱৰ এটা নতুন ঐক্যই জন্মগ্ৰহণ কৰিছে। মানুহক পঙ্গু কৰি তোলা ভয় আঁতৰোৱা আৰু পৃথিৱীখনক আসন্ন মৃত্যুৰ মুখৰপৰা ৰক্ষা কৰাৰ ক্ষমতা আমাৰ হাততেই আছে। মাথোন আমাক লাগে এক উদাৰ মন, এটা জাতিক আন এটা জাতিৰ সম্মুখত ডাঙি ধৰিব পৰা যোগ্যতা লাগে। পৰম্পৰৰ মাজত এটা বিশ্বাসৰ ভাৱ গঢ়ি তুলিব পাৰিব লাগিব আৰু সেয়েই হ'ব ভয়ৰ প্ৰতিৰোধ। বিবেকৰ গভীৰ তলীতহে পৃথিৱীৰ সভ্যতাৰ প্ৰতি দেখুৱা ভাবুকিক বোধ কৰিব পাৰি। ক্ষমতা আৰু মঙ্গলাকাঙ্ক্ষাৰ মাজত থকা ব্যৱধান দূৰ কৰিব নোৱাৰিলে, আমি দমন কৰা উচিত বুলি ভৱা অথচ কামত নকৰা সেই শক্তিবোৰেই আমাক ধ্বংস কৰিব। নতুন প্ৰচেষ্টাৰ বাবে আমাক লাগে আধ্যাত্মিক বোধ।

আমাৰ প্ৰাচীনতম সাহিত্যিক নিদৰ্শন ঋগ্ বেদত পুৰণি ভাৰতবৰ্ষৰ মুখচ্ছবি দেখা পাওঁ। সেয়া উজ্জ্বল দিনৰ সম্ভাৱনাময় পুঁৱতি নিশাৰ পোহৰ আছিল। সেই পৌৰাণিক যুগৰ লেখক সকলৰ মানত সাহিত্য আছিল আধ্যাত্মিক সংযমৰ ফল, আবেগ সমূহৰ মুক্তি ; সকলো স্বাৰ্থপৰ



চিন্তাৰপৰা অব্যাহতি। সেই অভিজ্ঞতা হৈছে এক উত্তাপ ; এই উত্তাপত মন হয় দগ্ধ, আৰু আত্মা উদ্বুদ্ধ। উদাৰ মন আৰু হৃদয়ৰ সাহিত্য শিল্পীয়েই হৈছে ভৱিষ্যত বিশ্ব-ঐক্যৰ বাৰ্ত্তাবহ। সেই ঐক্যৰ ভেঁটি ভয় নহয়, লোভ আৰু ঘৃণাও নহয়। তাৰ ভেঁটি হৈছে শাশ্বত মানৱাত্মা আৰু সত্যৰ প্ৰতি তাৰ ঐকান্তিক আকাঙ্ক্ষা। সেই আত্মাক অস্বীকাৰ কৰাৰ উপায় নাই।

দক্ষিণ ভাৰতৰ বহু শতিকাৰ ইতিহাস-প্ৰসিদ্ধ পবিত্ৰ চিদাম্বৰমত আমি আজি মিলিত হৈছো। ষষ্ঠ শতিকাৰপৰা আপ্পৰ, জ্ঞান সম্বন্ধৰ, সুন্দৰৰ মাণিক্কৱাচগৰৰ দৰে শৈৱ সাধুৱে এই মন্দিৰ দৰ্শন কৰি নটৰাজৰ স্তোত্ৰ গাইছে। নৱম শতিকাৰপৰা চাৰি শতিকা জুৰি চোলৰজাসকলে নটৰাজক বাস্তু-দেৱতা হিচাপে পূজা কৰিছিল। এই মন্দিৰ পঞ্চলিঙ্গৰে একোটাকৈ প্ৰতীকৰ নামত উৎসৰ্গ কৰা হৈছে (১) কাঞ্চি পুৰমত পৃথ্বা প্ৰতীক ; (২) অপ্ প্ৰতীক জম্বুকেশ্বৰমত, (৩) তিৰুবন্নামালইত তেজস্ (৪) কাল-হস্তিত বায়ু আৰু (৫) চিদাম্বৰমত আকাশ। আকাশৰ কোনো স্থূল প্ৰতিকৃতি হব নোৱাৰে! ভাৰতীয় মনে মানুহৰ ব্যক্তিত্বৰ উদ্ধত উক্তি শুনাব নোখোজে, আমাৰ চিন্তাক ব্যক্তি কেন্দ্ৰিকতাৰপৰা বিশ্বজীৱনলৈ বহলাই দিয়ে। এই পাঁচোটিয়েই হৈছে অসীমৰ আভাস। অজ্ঞাত উৎসৰপৰা ই আমাৰ কাণত আমাতকৈ শক্তিমান এজনৰ অস্তিত্বৰ কথা গুণ গুণাইছে।

পৰম সত্তা বিশ্ব সৃষ্টিৰ প্ৰক্ৰিয়াবো অতীত আৰু বস্তু জগতৰ নামৰূপৰ ওপৰত। সেই কাৰণেই ইয়াক ভাষিক প্ৰতীকেৰে নাইবা মানসিক ধাৰণাৰে ব্যাখ্যা কৰিব নোৱাৰি বুলি ধৰা হয়। ই নিৰাকাৰ, অথচ সকলো আকাৰৰে উৎস। বিশ্ব সৃষ্টিৰ অন্তত পৰমসত্তাই বিশ্বপ্ৰভু নটৰাজৰ ৰূপ লয়।

নটৰাজৰ মূৰ্ত্তি হল পবিত্ৰতা আৰু নিৰ্বিকল্প আত্মাৰ প্ৰতীক। এই আত্মা মূৰ্ত্তিৰ আঁৰত থাকে ; সমূখত বেলপাতৰ এধাৰি মালা। বিশ্ব-ব্ৰহ্মাণ্ডৰ অধিপতিৰ প্ৰতিৰূপ হৈছে নটৰাজ। নটৰাজে ছন্দ কাৰ্য্য আৰু গতিৰ প্ৰতীক স্বৰূপ। ঈশ্বৰ হৈছে এক স্ৰষ্টা শিল্পী।

এই অভিব্যক্তি সমূহৰ বিভিন্ন দিশ সমূহ বিভিন্ন প্ৰতীকেৰে দেখুৱা

হৈছে। বিভিন্ন পূজা পদ্ধতিৰ বাবে এইদৰে কৰা হৈছে। মধ্যযুগীয় ভাৰতীয় ৰহস্যবাদী কবিয়ে লিখিছে: "সুকীয়া চাকিত তেল লাগিব পাৰে; শলিতাও বেলেগ ধৰণৰ হব পাৰে; কিন্তু যেতিয়া চাকি জ্বলে আমি একে শিখা আৰু একে পোহৰেই পাওঁ।" পৰম সত্তা সম্পৰ্কে আমাৰ ধাৰণা যিয়েই নহওক, আমাৰ কাৰ্য্য পদ্ধতি যিয়েই নহওক লাগে, যদিহে আমাৰ প্ৰচেষ্টা আন্তৰিক হয় লক্ষ্যত উপনীত হমেই।

বাহ্যিক ভাৱে গোৱা পুথি-পত্ৰ বা গুৰুৰপৰা পোৱা খিনিকেই প্ৰকৃত ধৰ্ম্ম বুলিব নোৱাৰি। ধৰা-বন্ধা নিয়মত অভ্যস্ত হোৱাই ধৰ্ম্ম নহয়। ই হ'ল প্ৰত্যেক মানৱাত্মাৰ আকাঙ্ক্ষা; যি নিজৰ ভিতৰতে অঙ্কুৰিত হয়, নিজৰ জীৱন তেজেৰে গঢ় লয়। ই হল আমাৰ প্ৰকৃতিৰ পূৰ্ণতা, য'ত জগতৰ সেৱাৰ বাবে পাৰ ভাগি বোৱা আনন্দ আছে।

তিনিকুৰি তিনিজন শৈৱ ভক্তৰ ভিতৰত নন্দ অস্পৃশ্য হৈ উপজিও ঈশ্বৰৰ প্ৰতি ঐকান্তিক নিষ্ঠাৰ বাবে এজন "নায়নাৰ' হব পাৰিছিল। তেওঁক আজি সিদ্ধ পুৰুষ বুলি পূজা কৰা হয়। সাধাৰণ অৱস্থাৰপৰা একান্ত ভক্তিৰ উচ্চ শিখৰলৈ উধাব পৰা এনে পুৰুষে পৃথিৱীখন আৰু অলপ উজ্জ্বল কৰি তোলে। নন্দনাৰৰ জীৱনেই দেখুৱাই দিয়ে যে প্ৰকৃত ধাৰ্ম্মিক পুৰুষৰ বাবে জাতি অজাতিৰ সীমা ৰেখা নাই।

এই চিদাম্বৰমতেই আমি পাওঁ বিশ্ব সৃষ্টিৰ উদ্দেশ্যবিহীনতা অগ্ৰাহ্য কৰা আৰু বৈধ বুলি ধৰি লোৱা বিভিন্ন পূজা পদ্ধতিৰ গ্ৰহণ, সকলো মানুহকে সমান বুলি ধৰি পৃথিৱীৰ উচ্চাভিমুখী বিৱৰ্ত্তনত অংশ গ্ৰহণ কৰা। এয়ে হৈছে আমাৰ জনসাধাৰণৰ বিশ্বাস আৰু আকাঙ্ক্ষা; তাৰ ভিতৰত কিছুমান অবিশ্বাসীও আছে হয়তো। এই অবিশ্বাস আৰু মিছা আত্মতৃপ্তি আৰু ধৰ্ম্মৰ ভণ্ডামিয়েই আমাৰ সামাজিক জীৱনৰ দুৰ্ব্বল গাঁথনিৰ বাবে দায়ী। সামাজিক অৰ্থ নৈতিক আৰু ধৰ্ম্মীয় প্ৰতিক্ৰিয়াৰ উচ্ছৃঙ্খল শক্তিৰ বিৰুদ্ধে আমি মাত মতা উচিত। আমাৰ নিজৰ ভিতৰৰ অক্ষমতাক জোকাৰি পেলাব পাৰিলেহে আমি মানৱ জাতিৰ মঙ্গলৰ বাবে উল্লেখযোগ্য বৰঙনি দিব পাৰিম।

যোৱা কেইবা সপ্তাহৰ ঘটনাৱলীয়ে মানৱ ইতিহাসৰ সামৰণি বা এই ইতিহাসৰ এক যুগান্তৰৰ সূচনা কৰিছে। অগ্নিলেখাৰে এই সাবধান



বাণী আমাক শুনোৱা হৈছে। আমি নৈতিক সংযমৰ পুনৰ আহৰণ কৰি আধ্যাত্মিক জীৱনলৈ উভতি যাব লাগিব নাইবা পৃথিৱীৰ হেজাৰ প্ৰাণীৰ অবলুপ্তিৰ দৰে নিশ্চিহ্ন হৈ যাব লাগিব—এই দুটাই মাত্ৰ পথ। আমাৰ জীৱন-যাত্ৰাৰ আমূল পৰিবৰ্ত্তন হলেহে জীয়াই থাকিব পাৰিম। আশাৰ ৰেখা থাকোঁতেই এই পৰিবৰ্ত্তন আনিবলৈ যত্ন কৰোঁ আহক। কৃণ্বন্তো বিশ্বম্ আৰ্য্যম্। সমগ্ৰ বিশ্বক সুখী কৰোঁ আহক।

# উদ্ভিদ্ আৰু উদ্ভিদৰ জীৱন সম্পৰ্কে হিন্দুসকলৰ ধাৰণা

[ ছাৰ ব্ৰজেন্দ্ৰনাথ শীলৰ The Positive Sciences of the Ancient Hindus নামে বিখ্যাত কিতাপৰ এটি অধ্যায়। কিতাপখন দুকুৰি বছৰমান আগেয়ে পোনতে প্ৰকাশ হৈছিল। ]

## উদ্ভিদৰ শ্ৰেণী বিভাগ

চৰকৰ মতে উদ্ভিদ্‌বিলাকক চাৰি শ্ৰেণীত ভাগ কৰিব পাৰি :—

(১) বনস্পতি :—এইবিলাক গছত ফুল নোহোৱাকৈয়ে গুটি ধৰে।

(২) বানস্পত্য :—এইবিলাক গছত ফুল আৰু ফল দুয়োটাই হয়।

(৩) ওষধি :—এইবিলাক সৰু গছ ; এবাৰ গুটি ধৰাৰ পিচতে শুকাই যায়।

(৪) বীৰুধ :—এইবিলাক জুপুৰা গছৰ গা-গছৰপৰা ঠাল-ঠেঙুলি ওলায়।

চৰকৰ ওপৰত টীকা লেখি চক্ৰপাণিয়ে মন্তব্য কৰে যে বীৰুধ দুই শ্ৰেণীৰ :—

(ক) লতা

(খ) গুল্ম—এইবিলাক জুপুৰা গছৰ ৰসাল বা কাইটীয়া গা-গছ আছে। ওষধিবিলাকো সেইদৰে আকৌ বেলেগ বেলেগ ভাগত ভগাব পাৰি—

ওষধি :—(ক) মাত্ৰ এবছৰ জীয়াই থকা আৰু কেইবা বছৰো জীয়াই থকা গছ, এইবিলাকত গুটি ধৰে।

(খ) যি বিলাকৰ গছ পৈনত হৈয়ে, গুটি নধৰাকৈয়ে শুকাই যায়, যেনে দূৰ্ব্বা ঘাঁহ ( Cynolon Dactylon ).

সুশ্ৰুতে কৰা উদ্ভিদৰ শ্ৰেণীবিভাগ চৰকৰে সৈতে সম্পূৰ্ণ একে। সুশ্ৰুতৰ টীকাকাৰ দল্বনে এই শ্ৰেণীবিভাগৰ কথা অলপ বহলাই লিখিছে। বনস্পতি



বা ফুল নোহোৱাকৈ ফল ধৰা গছৰ উদাহৰণ স্বৰূপে প্লক্ষ (Ficus infectoria) আৰু উডুম্বৰৰ ( Ficus glomerata ) উদাহৰণ দিছে। ইয়াত আৰু দেখা যায় যে আবৰণহীন আৰু অসম্পূৰ্ণ ফুল থকা উদ্ভিদ্‌বিলাক ( achlamydeous plants ) আৰু যিবিলাক গছৰ ফুল ডিমৰু গছৰ দৰে একেটা সাধাৰণ আধাৰৰ বেৰৰ ভিতৰত থাকে, সেইবোৰ গছ পুষ্পহীন গছ বুলি ধৰা হৈছে। বৃক্ষ বা ফল আৰু ফুল ধৰা গছৰ উদাহৰণ স্বৰূপে আম গছ আৰু জামুগছৰ ( Eugenia jambolana ) নাম দিয়া হৈছে। এই টীকা অনুসৰি বীৰুধো দুই শ্ৰেণীৰ। (১) গা-গছ মাটিৰ ওপৰত বগাই যোৱা লতা ( প্ৰতানৱত্যঃ ) আৰু ৰসাল বা কাঁইটীয়া গা-গছ যুক্ত জুপুৰা গছ (গুল্মিন্যঃ বা স্তম্বিন্যঃ বৰ্ত্তুললতাসন্ততিবিশিষ্টাঃ )। গুটি ধৰাৰ পিচত শুকাই যোৱা ঘেহুঁ, য আদি গছেই হৈছে ওষধি (ফলপাকনিষ্ঠা গোধূমাদয়ঃ ) কোনো কোনোৱে আকৌ ওষধিবিলাক এইদৰে দুভাগত বিভক্ত কৰে :—(১) যিবিলাক গছ গুটি ধৰাৰ পিচতে শুকাই যায়, যেনে ধান, তিল, মাহ আদি আৰু (২) যিবিলাক পৈণত হৈয়েই শুকাই যায় আৰু ফুল বা ফল নধৰে, যেনে কাঠফুলা। বৈশেষিক আচাৰ্য্য প্ৰশস্তপাদে উদ্ভিদৰ শ্ৰেণী বিভাগ এইদৰে কৰিছিল :—

(১) তৃণ বা ঘাঁহ

(২) ওষধি বা গুটি ধৰাৰ পিচত শুকাই যোৱা জুপুৰা গছ।

(৩) লতা : বগাই বাঢ়ি যোৱা উদ্ভিদ।

(৪) অবতান : কুঞ্জৰ উপযোগী উদ্ভিদ্ আৰু সৰু জুপুৰা গছ।

(৫) বৃক্ষ : ফুল আৰু ফল ধৰা গছ।

(৬) বনস্পতি : ফুল নোহোৱাকৈ গুটি লগা গছ।

কন্দলী ভাষ্যত শ্ৰীধৰে প্ৰত্যেক বিধৰে উদাহৰণ দিছে। তেওঁ তৃণৰ উদাহৰণ স্বৰূপে উলপৰ নাম কৈছে, ওষধিৰ (বৰ্ষপক্ব) উদাহৰণ স্বৰূপে ঘেঁহুৰ, অবতান বা বিটপৰ উদাহৰণ স্বৰূপে কেতকী আৰু বীজপুৰ ( Citrus medica )ৰ উল্লেখ কৰিছে, কোবিদাৰ ( Bauhinia ) ফুল আৰু ফল ধৰা গছৰ উদাহৰণ স্বৰূপে, আৰু উডুম্বৰ ( Ficus glomerata ) বনস্পতি বা ফুল নোহোৱাকৈ ফল ধৰা গছৰ উদাহৰণ ৰূপে দিছে। কিৰণাৱলী টীকাত উদয়নে কুষ্মাণ্ড ( Cucurbita ) লতাৰ উদাহৰণ স্বৰূপে দিছে আৰু

তাল আদি গছক ঘাহঁৰ পৰিবৰ্ত্তিত ৰূপ বুলি উল্লেখ কৰিছে। কোষগ্ৰন্থ প্ৰণেতা অমৰে বনৌষধিবৰ্গ আৰু বৈশ্যবৰ্গত বনৰীয়া উদ্ভিদ আৰু তণ্ডুলৰ উল্লেখ কৰোতে কিছুমান মনোগ্ৰাহী বিৱৰণ দিছে। (১) পুষ্পযুক্ত বৃক্ষ আৰু পুষ্পহীন বনস্পতি দুয়োবিধতেই ফল ধৰে আৰু সিহঁতৰ কাঠদাৰু বা কাঠ থকা গা-গছ থাকে ( প্ৰকাণ্ড—প্ৰকাণ্ডঃ স্কন্ধঃ স্যান্মূলাৎ শাখাবিস্তৰঃ )। (২) ইয়াৰ পিচত নিকুঞ্জৰ উপযোগী ফুল আৰু ফল ধৰা উদ্ভিদ্ আৰু জুপুৰা গছ ( ক্ষুপ—হ্ৰস্বশাখাশিফঃ ক্ষুপঃ )। (৩) তাৰ পিচত লতা ঃ— কোমল গা-গছৰ ফুল ধৰা গছ বা ৰসাল গা-গছৰ উদ্ভিদ্। তাৰে কিছুমান মাটিত বগাই যায় (প্ৰতানিনী) আৰু কিছুমান গছত মেৰাই ধৰি ওপৰলৈ উঠে। (গুল্মিনী) (মূলাচ্চাগ্ৰং গতা লতা, বৃক্ষগামিনী লতা, তুলনীয়ঃ মুকুট-তৰুমূলাৎ প্ৰভৃতি বৃক্ষাগ্ৰ পৰ্য্যন্তং গতা গুড়ুচ্যাদি লতাপি অৱৰোহঃ ) আন কোনোৱে ইয়াক শিপাও বোলে। (৪) তুলনীয় ঃ সুশ্ৰুত, লতা ঃ প্ৰতানৱত্যঃ গুল্মিন্যশ্চ। তাৰ পাচত ওষধিৰ কথা আছে ; অৱশ্যে ইয়াত ওষধি শব্দটো ঠেক অৰ্থত ব্যৱহাৰ কৰা হৈছে। ইয়াত ওষধি মানে কোমল গা-গছৰ উদ্ভিদ্, যিবোৰৰ ফুল ধৰি বা নধৰাকৈ ফল ধৰে আৰু যিবোৰ ফল ধৰাৰ পিচতে শুকাই যায় বা মৰি যায়। কন্দশাক বা মাটিৰ তলত হোৱা আলুজাতীয় উদ্ভিদৰ কথাও উল্লেখ কৰা হৈছে। উদাহৰণ স্বৰূপে পলাণ্ডু বা পিঁয়াজ ( পলাণ্ডুস্তু-সুকন্দকঃ ) আৰু নহৰু বা মহাকন্দৰ নাম ইয়াত আছে। কিন্তু বৈশ্য বৰ্গত উল্লেখ কৰা গজালি ওলোৱা শস্য বিলাকহে ওষধিৰ ঘাই উদাহৰণ। এই বিলাক খেতি কৰা ওষধি—এইবিলাক গুটি পৈণত হোৱাৰ পিচতে মৰি যায়। এইবিলাকৰে সৈতে ইয়াৰ পিচৰ শ্ৰেণীৰ উদ্ভিদ্ ঘাঁহ বা তৃণৰ সাদৃশ্যও লক্ষ্য কৰা হৈছে ( ধান্যং ব্ৰীহি স্তম্বকৰী। স্তম্বোগুচ্ছস্তৃণাদীনাম্। তৃণ ধান্যানি নীৱাৰাঃ। নাড়ী নালং চ কাণ্ডোহস্য )। (৫) ইয়াৰ পিচত তৃণ বা ঘাঁহৰ কথা দিয়া আছে। তৃণ বা ঘাঁহৰ ঘাই লক্ষণ গুল্ম বা আঙঠিৰ দৰে গাঁথি আৰু তাৰপৰা ওলোৱা পাত ( স্তম্বো গুল্মে তৃণাদীনাং কাণ্ডক্ৰম গুচ্ছয়োঃ )। উল্লেখযোগ্য যে তৃণবিলাকৰ লেখ দিওঁতে বৃহদাকাৰ তৃণ হিছাপে বাঁহো লেখত পৰিছে, ইয়াক তৃণধ্বজ বা ঘাহঁৰ পতাকা বোলা হৈছে ( তৃণেষু ধ্বজ ইব )। নল খাগৰি আদিও ঘাহঁৰ লেখত পৰিছে



(নলাদয়ঃ ; নলাদয়স্তৃণং গৰ্মুচ্ছ্যাশাক প্ৰমুখমপি। প্ৰমুখ শব্দাৎ নীৱাৰাদ্যাঃ)। (৬) সকলোৰে শেষত তাল জাতীয় নাৰিকল, খেজুৰ, তামোল আদি গছবিলাক ঘাঁহ গছ বুলি উল্লেখ কৰা আছে। বোধকৰোঁ জোঙা কৰতৰ দৰে ফাল আৰু সমান্তৰাল শিৰ থকা বাবেই এই বিলাকক ঘাঁহ গছ বোলা হৈছে ( তৃণদ্ৰুমঃ—তৃণৰাজাহ্বয়স্তালঃ নাৰিকেলস্তুলাঙ্গলী। এতে চ হিংতালসাহিতাস্ত্ৰয়ঃ খৰ্জুৰঃ কেতকী তালী খৰ্জুৰী চ তৃণদ্ৰুমাঃ॥ তুলনীয়ঃ ৰাজনিঘণ্টু )।

অমৰে ৰঘুমলা জাতীয় উদ্ভিদ্‌বিলাককো লতাৰ লগত ধৰিছে ( বন্দা বৃক্ষাদনী। বৃক্ষৰুহা। জীৱন্তিকেত্যপি )। এইবোৰে গছত বগায় আৰু সেই বগোৱা গছৰে পৰাই আহাৰ সংগ্ৰহ কৰে। এই ৰঘুমলা জাতীয় উদ্ভিদ্‌বোৰ নিজৰ শিপা থকা গুড়ুচীৰ দৰে গছত বগোৱা লতাতকৈ বেলেগ। এইবিলাক গছৰ ডালৰপৰা তললৈ নামি অহা অস্থানিক শিপাবিলাকতকৈয়ো বেলেগ। এনে অস্থানিক শিপাবিলাক অৱৰোহ ( অৱৰোহাঃ ) বুলি উল্লিখিত হৈছে। যিবিলাক সৰু সৰু শিপা আৰু মাটিৰ তললৈ যোৱা আলুৰ সহায়ত বগাই যোৱা গা-গছে মাটিক সাৱটি ধৰে, সেইবোৰক সাধাৰণতে শিপা বোলা যায়, ( শাখা শিফা অৱৰোহঃ স্যাৎ। ৱটাদেঃ শাখায়াঃ অৱলম্বিনী শিফা। মূলাচ্চাগ্ৰং গতা লতা। মূলাদূৰ্দ্ধং গতা লতা স্যাৎ। ) এইটো ভানুজ দীক্ষিতৰ টীকা অনুসৰি অমৰৰ মত। কিন্তু ৰায়-মুকুটৰ টীকা অনুসৰি "তৰুমূলাৎ প্ৰভৃতি বৃক্ষাগ্ৰ পৰ্য্যন্তং গতা গুড়ুচ্যাদি লতাঽপি অৱৰোহঃ।" ইয়াত গুড়ুচীক বৎ সাদনী, চ্ছিন্নৰুহা বোলা হৈছে।

হিন্দু চিকিৎসা শাস্ত্ৰত আকাশী লতাৰ ( আকাশবল্লী ) নাম উল্লেখ কৰা আছে। এই নামটো প্ৰথমতে বোধকৰো কিছুমান অৰ্কিডক বুজাবলৈ কোৱা হৈছিল। চক্ৰপাণি সংগ্ৰহত আৰু ভাৱ প্ৰকাশত সোঁত নাইকিয়া পুখুৰীৰ পানীত ওপঙি থকা ( প্লৱ ) উদ্ভিদ্ আৰু শেলুৱৈ জাতীয় উদ্ভিদৰ বিৱৰণ আছে (দূৰ্ব্বা কসেৰু-প্লৱ শৈৱালং জলেন ক্বথিতং পীতং শুক্ৰমেহুহৰং)। এইবিলাকৰ শ্ৰেণীবিভাগ কৰা হোৱা নাই কিন্তু কাঠফুলাৰ দৰে এই বিলাকো "পাকমিষ্ট ওষধিৰ" অন্তৰ্গত হব, কিন্তু এইবিলাক পৈণত হোৱাৰ পিচতে ফুল বা ফল নধৰাকৈয়ে শুকাই যায়।

## উদ্ভিদৰ শৰীৰ তত্ত্ব সম্পৰ্কীয় প্ৰাথমিক কল্পনা

### উদ্ভিদ্ জীৱনৰ লক্ষণ

বৌদ্ধ টীকাকাৰ ধৰ্ম্মোত্তৰৰ "ন্যায়বিন্দু টীকা"ত উল্লেখ আছে যে কিছুমান উদ্ভিদৰ ক্ষেত্ৰত নিদ্ৰাৰ প্ৰক্ৰিয়া (ৰাতি-পাতৰ সঙ্কোচন) পৰিলক্ষিত হৈছিল। (স্বাপঃ ৰাত্ৰৌ পত্ৰ সঙ্কোচঃ)। "পৃথিৱী নিৰূপণত" উদয়নে উদ্ভিদ্‌বিলাকৰ ক্ষেত্ৰত জীৱন, মৃত্যু, নিদ্ৰা, জাগৰণ, ৰোগ, ঔষধৰ ক্ৰিয়া, গৰ্ভ পীঠত পৰাগ যোগৰ দ্বাৰা বিশিষ্ট লক্ষণবিলাকৰ প্ৰদান, অনুকূল পদাৰ্থৰ প্ৰতি অভিগমন আৰু প্ৰতিকূল পদাৰ্থৰপৰা অপসৰণ আদি প্ৰক্ৰিয়াবিলাক লক্ষ্য কৰিছিল (বৃক্ষাদয়ঃ প্ৰতিনিয়ত ভোক্ত্ৰ্যধিষ্ঠিতাঃ জীৱন-মৰণ-স্বপ্ন-জাগৰণ ৰোগ-ভেষজ-প্ৰয়োগ-ৰীজ-সজাতীয়ানুবন্ধানুকূলোপোগম প্ৰতি-কূলাপগমাদিভ্যঃ প্ৰসিদ্ধ শৰীৰৱৎ।) ইয়াত উল্লেখ কৰিব পাৰি যে সূৰ্য্যমুখী ফুলৰ চলনৰ বিষয়ে উপমা সংস্কৃত কবিতাৰ এটা সদায় সাধাৰণ প্ৰচলিত বিষয়।

জৈন লিখক গুণৰত্নই"ষড়দৰ্শন সমুচ্চয়ৰ"ওপৰত লিখা টীকাত (১৩৫০খৃঃ) উদ্ভিদ্ জীৱনৰ তলত দিয়া লক্ষণ কেইটাৰ উল্লেখ কৰিছে—

(১) শৈশৱ, যৌৱন আৰু বাৰ্দ্ধক্য অৱস্থা।

(২) স্থিৰ বিকাশ আৰু বৃদ্ধি।

(৩) নিদ্ৰা, জাগৰণ,স্পৰ্শৰ প্ৰতিক্ৰিয়া হিচাপে বিস্তৃত আৰু সঙ্কোচন, আৰু বিভিন্ন প্ৰকাৰৰ গতি আৰু প্ৰতিক্ৰিয়া, আধাৰৰ প্ৰতি অনুগমন।

(৪) আঘাত বা অঙ্গ-প্ৰত্যঙ্গ ছিন্ন কৰাৰ পৰিণতি স্বৰূপে শুকাই যোৱা।

(৫) বিভিন্ন প্ৰকাৰৰ মাটিৰ প্ৰকৃতি অনুসৰি আহাৰ আহৰণ।

(৬) উদ্ভিদৰ ৰোগ বিজ্ঞানত উল্লেখ কৰা উপযুক্ত বা অনুপযুক্ত আহাৰ খোৱাৰপৰা বিকাশ বা ক্ষয় আৰু তাৰ চিকিৎসা (বৃক্ষায়ুৰ্ব্বেদ)।

(৭) ৰোগ।

(৮) ঔষধ প্ৰয়োগৰ দ্বাৰা ৰোগ আৰু আঘাতৰপৰা নিৰাময়।

(৯) জান্তৱ শৰীৰৰ ৰসৰ দৰে উদ্ভিদৰ ৰসৰ (Sap) প্ৰাচুৰ্য্য বা অভাৱৰ পৰিণতি স্বৰূপে শুকান বা ৰসাল অৱস্থা।



(১০) ফল ধাৰণৰ সহায়তাকাৰী আহাৰ। (ৱিশিষ্ট দৌহৃদাদিমত্বং ৱিশিষ্ট স্ত্ৰীশৰীৰৱৎ যথা স্ত্ৰীশৰীৰস্য তথাৱিধ দৌহৃদপূৰণাৎ পুত্ৰাদিপ্ৰসৱনং তথা বনস্পতি শৰীৰস্যাপি তৎপূৰণাৎ পুষ্প-ফলাদি প্ৰসৱনম্)। বৰাহ মিহিৰৰ মতে উদ্ভিদৰ চিকিৎসাৰ উপযোগী বস্তু প্ৰয়োগৰ দ্বাৰা বা গুণ ৰত্নৰ "তৰ্কৰহস্য দীপিকা", (জৈনমতৰ) ৪৯ নং শ্লোকৰ মতে পুষ্পহীন ফল ধৰা বনস্পতি শ্ৰেণীৰ গছবিলাকতো উপযুক্ত প্ৰক্ৰিয়াৰ দ্বাৰা ফুল জন্মাব পাৰি।

শঙ্কৰ মিশ্ৰই "উপস্কাৰটীকাত" লিখিছিল যে আঘাত পোৱা বা ভাগি যোৱা উদ্ভিদৰ তন্তুবিলাকৰ স্বাভাৱিক ভাবে উপশম হোৱাৰ ব্যৱস্থা উদ্ভিদ জীৱনৰ ওপৰঞ্চি লক্ষণ(ভগ্নক্ষত সংৰোহণে চ)। গুণ ৰত্নই নিদ্ৰা আৰু জাগৰণৰ প্ৰক্ৰিয়া প্ৰদৰ্শন কৰা উদ্ভিদবিলাকৰ এটা লেখ দিছে (সমী প্ৰপুন্নাট-সিদ্ধেসৰ—কাসুন্দক বপ্পুলাগস্ত্বামল-কীকতিপ্ৰভৃতীনাং স্বাপৱিবোধতঃ)। তেওঁ লজ্জাৱতী লতা (Mimosa pudica) আদি উদ্ভিদৰ কথাও উল্লেখ কৰিছে। এইবিলাক উদ্ভিদে হাতেৰে চুলে সঙ্কোচন আদি ৰূপত প্ৰতিক্ৰিয়া প্ৰকাশ কৰে। (লজ্জালুপ্ৰভৃতীনাং হস্তাদিসংস্পৰ্গাৎ যত্ৰ সঙ্কোচাদিকা পৰিস্ফুটক্ৰিয়া উপলভ্যতে)।

### যৌন ক্ৰিয়া

উদ্ভিদৰ যৌন লক্ষণ সম্পৰ্কে থকা ধাৰণা বৰ অস্পষ্ট। পৰাগৰ নাম কেইবাটাও আছে। ৰজঃ, পুষ্প, প্ৰসূন। এই নামকেইটা তিৰুতা মানুহৰ মাহেকীয়া ঋতুৰ সম্পৰ্কতো ব্যৱহাৰ কৰা হয়। অমৰে স্পষ্টকৈ কৈছে যে ফুল আৰু তিৰুতা মানুহৰ এই বস্তুবিলাক একে প্ৰকৃতিৰ আৰু সেই কাৰণে সেই সম্পৰ্কীয় শব্দবিলাকো একে (স্ত্ৰীণাং সুমনসাং পুষ্পং প্ৰসূণং সমম—অমৰ, বনৌষধিবৰ্গ)। চৰকে দৃঢ়বলত বৎস বা কুটজৰ স্ত্ৰীজাতি আৰু পুৰুষজাতিৰ মাজত প্ৰভেদ দেখুৱাইছে। তেওঁৰ মতে বগা আৰু ডাঙৰ ফল ধৰা বিলাক পুৰুষ জাতিৰ (বৃহৎফল শ্বেত পুষ্পৈঃ পুমান্ (Holarrhena antidysenterica) আৰু যিবিলাকে ৰঙা বা হালধীয়া ফুল ধৰে আৰু ফল বিলাক সৰু সৰু সেইবিলাক স্ত্ৰীজাতিৰ (শ্যাৱাৰূপাণু পুষ্পী স্ত্ৰী অসিত কুটজ (wrightia tinctoria)—চৰক, কল্পস্থান, পঞ্চম আধ্যায়) কিন্তু

চৰকৰ ধাৰণা সম্পূৰ্ণৰূপে ভুল। লাহে লাহে এই সম্বন্ধে থকা অস্পষ্ট ধাৰণা বিলাক হেৰাই গ'ল। "ৰাজ নিঘণ্টুত" ফুলৰ আৰু গা-গছৰ বিভিন্ন লক্ষণ, যেনে—ক্ষীণ নে শকত, কোমল নে কঠিন, দীঘল নে চুটি আৰু সৰল নে জটিল, আদিৰ ওপৰত নিৰ্ভৰ কৰি উদ্ভিদক স্ত্ৰী, পুৰুষ আৰু উভয় লিঙ্গত এক প্ৰকাৰ অদ্ভুত শ্ৰেণী বিভাগ কৰা হৈছে (অনুপাদি প্ৰথমোবৰ্গঃ স্ত্ৰীপুং নপুংসকত্বেন ত্ৰৈবিধ্যং স্থাবৰেষ্বপি)।

## চেতনা

হিন্দু শাস্ত্ৰবিলাকে শিক্ষা দিয়ে যে উদ্ভিদ্‌বিলাকৰ একপ্ৰকাৰ সুপ্ত চেতনা বা অন্তৰ্নিহিত চেতনা আছে আৰু উদ্ভিদে সুখ বা দুখ অনুভৱ কৰিব পাৰে (অন্তঃ সংজ্ঞা ভৱন্ত্যেতে সুখ-দুখ-সমন্বিতা)। চক্ৰপাণিয়ে "ভানুমতীত" উল্লেখ কৰিছে যে উদ্ভিদৰ চেতনা এক প্ৰকাৰ কল্‌মতিয়াই থকা বা অন্ধকাৰে আবৰি ধৰি থকা অস্পষ্ট চেতনা (বৃক্ষাস্তু চেতনাৱন্তোপি তমশ্ছন্নজ্ঞানতয়া শাস্ত্ৰোপদেশৱিষয়া এব)। উদয়নেও উল্লেখ কৰিছে যে উদ্ভিদ্‌বিলাকৰ এক প্ৰকাৰ প্ৰকাশ নকৰা, সুপ্ত আৰু অতি স্থূলবিধৰ চেতনা আছে (অতিমন্দান্তঃ সংজ্ঞিতয়া ইত্যাদি)।

মহাভাৰতত উল্লেখ কৰিছে যে উদ্ভিদবিলাক শীত আৰু গ্ৰীষ্ম, বজ্ৰপাতৰ শব্দ, সুগন্ধ আৰু দুৰ্গন্ধৰ প্ৰতি সচেতন।

উষ্ণতো ম্লায়তে পৰ্ণং ত্বক্ ফলং পুষ্পমেৱ চ।
ম্লায়তে শীৰ্য্যতে চাপি স্পৰ্শস্তেনাত্ৰ ৱিদ্যতে॥
ৱায়্বগ্ন্যশনি নিৰ্ঘোষৈঃ ফলং পুষ্পং বিশীৰ্য্যতে।
শ্ৰোত্ৰেণ গৃহ্যতে শব্দস্তস্মাচ্ছৃণ্বন্তি পাদপাঃ॥
ৱল্লীবেষ্টয়তে বৃক্ষং সৰ্ব্বতশ্চৈৱ গচ্ছতি।
নহ্যদৃষ্টেশ্চ মাৰ্গোঽস্তি তস্মাৎ পশ্যন্তি পাদপাঃ॥
পুণ্যাঃ পুণ্যৈস্তথা গন্ধৈৰ্ধূপৈশ্চ ৱিৱিধৈৰপি।
অৰোগাঃ পুষ্পিতাঃ সন্তি তস্মাদ্‌জিঘ্ৰন্তি পাদপাঃ॥
পাদৈঃ সলিলপানাচ্চ ব্যাধীনঞ্চাপি দৰ্শনাৎ।
ব্যাধি প্ৰতিক্ৰিয়ত্বাচ্চ ৱিদ্যতে ৰসনং দ্ৰুমে॥



ৱক্ত্ৰেণোৎপলনালেন যথোৰ্দ্ধ্বং জলমাদদেৎ।
তথা পৱন সংযুক্তঃ পাদৈঃ পিৱতি পাদপঃ॥
সুখদুঃখয়োশ্চ গ্ৰহণাৎ ছিন্নস্য চ ৱিৰোহণাৎ।
জীৱং পশ্যামি বৃক্ষাণাং চৈতন্যং ন ৱিদ্যতে॥

(শান্তিপৰ্ব্ব, মহাভাৰত)

# শকুন্তলা

[ বিশ্বকবি ৰবীন্দ্ৰনাথ চিন্তাশীল গদ্যলিখকো। এই আলোচনাটিত কবিৰ বিশ্লেষণশীল মন আৰু ভাৰতীয় দৃষ্টিভঙ্গীৰ পৰিচয় ওলাইছে। ]

শেক্সপিয়াৰৰ টেম্পেষ্ট নাটকৰ সৈতে কালিদাসৰ শকুন্তলাৰ তুলনা সহজে মনলৈ আহিব পাৰে। দুয়োখন নাটকৰ উপৰুৱা সাদৃশ্য আৰু আন্তৰিক অনৈক্য আলোচনা কৰি চাবলগীয়া।

নিৰ্জ্জন-লালিতা মিৰান্দাৰ সৈতে ৰাজকুমাৰ ফাৰ্দিনান্দৰ প্ৰণয়, তাপস কুমাৰী শকুন্তলাৰ সৈতে দুষ্যন্তৰ প্ৰণয়ৰ অনুৰূপ। ঘটনাস্থলীৰো সাদৃশ্য আছে। এফালে সমুদ্ৰবেষ্টিত দ্বীপ, আন ফালে তপোবন।

এইদৰে দুয়োখন নাটকৰে আখ্যানৰ মূলত ঐক্য দেখা যায়, কিন্তু কাব্যৰ ৰসাস্বাদ যে সম্পূৰ্ণ বেলেগ, পঢ়িলেই অনুভৱ কৰিব পাৰি।

ইউৰোপৰ কবিকুল-গুৰু গেটেই মাত্ৰ এটি শ্লোকেৰে শকুন্তলাৰ সমালোচনা লিখিছে। তেওঁ কাব্যক খণ্ড খণ্ড কৰি বিচ্ছিন্ন কৰা নাই। তেওঁৰ শ্লোকটি চাকিৰ শলিতাৰ দৰে ক্ষুদ্ৰ, কিন্তু ই দীপ-শিখাৰ দৰে এক মুহূৰ্ত্তত শকুন্তলাক উদ্ভাসিত কৰি দেখুৱায়। তেওঁ এফাকি কথাৰে কৈছে, কোনোৱে যদি তৰুণ বছৰৰ ফুল আৰু পৰিণত বছৰৰ ফল আৰু কোনোৱে যদি মৰ্ত্ত্য আৰু স্বৰ্গ একেলগে চাব খোজে, তেনেহলে শকুন্তলাতে সেইখিনি পাব।

অনেকে কথাফাকি কবিৰ ভাৱোচ্ছ্বাস বুলি ভাবি ওপৰে ওপৰে পঢ়ে। তেওঁলোকে মুঠতে ভাবে যে, ইয়াৰ অৰ্থ এয়ে যে গেটেৰ মতে শকুন্তলা কাব্যখন অতি উপাদেয়, কিন্তু সেইটো নহয়। গেটেৰ এই শ্লোকটো আনন্দৰ অত্যুক্তি নহয়, ই ৰসজ্ঞৰ বিচাৰ। ইয়াৰ ভিতৰত বিশেষত্ব আছে। কবিয়ে বিশেষ ভাৱে কৈছে শকুন্তলাৰ ভিতৰত এটা গভীৰ পৰিণতিৰ ভাৱ আছে, সেই পৰিণতি ফুলৰপৰা ফললৈ পৰিণতি, মৰ্ত্ত্যৰপৰা স্বৰ্গলৈ পৰিণতি, স্বভাৱৰ পৰা ধৰ্ম্মলৈ পৰিণতি। মেঘদূতত যেনেকৈ পূৰ্ব্বমেঘ আৰু উত্তৰমেঘ আছে— পূৰ্ব্বমেঘত পৃথিৱীৰ বিচিত্ৰ সৌন্দৰ্য্যত পৰ্য্যটন কৰি উত্তৰমেঘত অলকা পুৰীৰ নিত্য সৌন্দৰ্য্যত উত্তীৰ্ণ হব লাগে, তেনেকৈ শকুন্তলাত এটা



পূৰ্ব্ব মিলন আৰু এটা উত্তৰ মিলন আছে। প্ৰথম অঙ্কৰ সেই মৰ্ত্ত্যৰ চঞ্চল সৌন্দৰ্য্যময় বিচিত্ৰ পূৰ্ব্ব মিলনৰপৰা, স্বৰ্গ-তপোবনত শাশ্বত আনন্দময় উত্তৰ মিলনলৈ যাত্ৰাই অভিজ্ঞান শকুন্তল নাটক।

স্বৰ্গ আৰু মৰ্ত্ত্যৰ এই যে মিলন, কালিদাসে ইয়াক অতি সহজে সাধিছে। ফুলক তেওঁ এনে স্বাভাৱিক ভাৱে গুটিত পৰিণত কৰিছে, মৰ্ত্ত্যৰ সীমাক তেওঁ এনেকৈ স্বৰ্গৰ সৈতে মিলাই দিছে যে, মাজত কোনো ব্যৱধান কাৰো চকুত নপৰে। প্ৰথম অঙ্কত শকুন্তলাৰ পতনত কবিয়ে মৰ্ত্ত্যৰ মাটি অলপো গোপন কৰি ৰখা নাই; তাৰ মাজত বাসনাৰ প্ৰভাৱ যে কিমানদূৰ আছে, সেইকথা দুষ্যন্ত-শকুন্তলাৰ ব্যৱহাৰত কবিয়ে স্পষ্টভাৱে দেখুৱাইছে। যৌৱন-মত্ততাৰ হাৱ-ভাৱ, লীলা-চাঞ্চল্য পৰম লাজৰ সৈতে প্ৰৱল আত্ম প্ৰকাশৰ সংগ্ৰাম, এই সকলোবোৰ কবিয়ে প্ৰকাশ কৰিছে। এয়া শকুন্তলাৰ সৰলতাৰ নিদৰ্শন। অনুকূল অৱসৰত এই আকস্মিক ভাৱাবেগৰ আকস্মিক আবিৰ্ভাৱৰ বাবে তেওঁ আগৰপৰা প্ৰস্তুত নাছিল। তেওঁ নিজক গোপন কৰাৰ বা দমন কৰাৰ উপায় কৰি ৰখা নাই। যি হৰিণীয়ে ব্যাধক চিনি নাপায়, সেই হৰিণী শৰ-বিদ্ধ হবলৈ জানো পলম হয়? শকুন্তলাই পঞ্চশৰ ভালকৈ চিনি নাপায়, এই কাৰণেই তেওঁৰ মৰ্ম্মস্থান অৰক্ষিত আছিল। তেওঁ কন্দৰ্প, দুষ্যন্ত কাকো অবিশ্বাস কৰা নাই।

শকুন্তলাৰ পৰাভৱ যেনেকৈ অতি সহজে চিত্ৰিত কৰা হৈছে তেনেকৈ সেই পৰাভৱ সত্ত্বেও তেওঁৰ চৰিত্ৰৰ গভীৰতৰ পৱিত্ৰতা, তেওঁৰ স্বাভাৱিক অক্ষুণ্ণ সতীত্ব অতি অনায়াসে পৰিস্ফুট হৈছে। ইয়ো তেওঁৰ সৰলতাৰ নিদৰ্শন। ঘৰৰ ভিতৰত সজাই থোৱা কৃত্ৰিম ফুলৰ ধূলি-মাকতি সদায় নুগুচালে নহয়, কিন্তু বনৰীয়া ফুলৰ ধূলি-মাকতি গুচাবৰ বাবে মানুহৰ আৱশ্যক নাই। বনৰীয়া ফুল অনাদৃত হৈয়ো থাকে, তাৰ গাত ধূলিও লাগে, তথাপি কেনেকৈ সি নিজৰ সুন্দৰ নিৰ্ম্মলতাখিনি ৰক্ষা কৰি চলে? শকুন্তলাৰ গাতো ধূলি লাগিছিল। কিন্তু সেই কথা তেওঁ নিজেও জানিব পৰা নাই। শকুন্তলা বনৰ সৰলা হৰিণীৰ দৰে, পৰ্ব্বতীয়া জুৰিৰ জলধাৰাৰ দৰে মলিনতাৰ সংস্ৰৱতো অনায়াসেই নিৰ্ম্মল।

কালিদাসে তেওঁৰ এই আশ্ৰম পালিতা উদ্ভিন্ন-যৌৱনা শকুন্তলাক সংশয়

—বিৰহিত স্বভাৱৰ পথত এৰি দিছে, শেষলৈকে কতো বাধা দিয়া নাই। আকৌ অন্যকালে তেওঁক অপ্ৰগল্‌ভা, দুখশীলা, নিয়মচাৰিণী, সতীধৰ্ম্মৰ আদৰ্শ ৰূপিণী কৰি ফুটাই তুলিছে। এফালে তৰুলতাৰ ফল-ফুলৰ দৰে তেওঁ আত্ম-বিস্মৃত, স্বভাৱ ধৰ্ম্মৰ অনুগতা আৰু অন্য ফালে তেওঁৰ অন্তৰতম নাৰীপ্ৰকৃতি সংযত, সহিষ্ণু, তেওঁ একাগ্ৰতপঃ পৰায়ণা, কল্যাণ ধৰ্ম্মৰ শাসনত একান্ত নিয়ন্ত্ৰিতা। কালিদাসে অপৰূপ কৌশলেৰে তেওঁৰ নায়িকাক লীলা আৰু ধৈৰ্য্যৰ স্বভাৱ আৰু নিয়মৰ, নৈ আৰু সাগৰৰ ঠিক মোহনাৰ মাজত প্ৰতিষ্ঠা কৰি দেখুৱাইছে।

শকুন্তলাৰ পিতাক ঋষি, মাক অপ্সৰা, ব্ৰতভঙ্গত তেওঁৰ জন্ম, তপোবনত তেওঁ পালিতা। তপোবনৰ স্থান এনেকুৱা, যত স্বভাৱ আৰু তপস্যা, সৌন্দৰ্য্য আৰু সংযম একেলগ হৈছে। যত সমাজৰ কৃত্ৰিম বন্ধন নাই, অথচ ধৰ্ম্মৰ কঠোৰ নিয়ম বিৰাজমান। গন্ধৰ্ব্ব বিৱাহ কথাটোও তেনেকুৱাই, তাত স্বভাৱৰ উদ্দামতাও আছে, অথচ বিৱাহৰ সামাজিক বন্ধনো আছে। বন্ধন আৰু অবন্ধনৰ সঙ্গম স্থলত স্থাপিত হৈ শকুন্তলা নাটকে এক বিশেষ অপৰূপত্ব লাভ কৰিছে। তেওঁৰ সুখ-দুখ, মিলন-বিচ্ছেদ সকলো এই দুইৰ ঘাত প্ৰতিঘাততে। গেটেই যে কি বাবে তেওঁৰ সমালোচনাত শকুন্তলাৰ মাজত দুটা বিসদৃশ ভাৱৰ একে ঠাইতে সমাবেশ ঘোষণা কৰিছে, মনোনিবেশ কৰিলেই সেইকথা বুজা যায়।

টেম্পেষ্টত এই ভাৱটো নাই। থাকিবই বা কিয়? শকুন্তলাও সুন্দৰী, মিৰান্দাও সুন্দৰী, সেইবুলি দুয়োৰে নাক-চকু অবিকল একে হ'ব বুলি কোনোৱে আশা কৰিব পাৰে জানো? দুয়োৰে ভিতৰত অৱস্থাৰ, ঘটনাৰ প্ৰকৃতিৰ সম্পূৰ্ণ প্ৰভেদ। যি নিৰ্জ্জনতাত কেচুৱা কালৰপৰা মিৰান্দা পালিতা শকুন্তলাৰ সেই নিৰ্জ্জনতা নাছিল। মিৰান্দা একমাত্ৰ পিতাকৰ সাহচৰ্য্যতে ডাঙৰ দীঘল হৈছে। গতিকে তেওঁৰ প্ৰকৃতিয়ে স্বভাৱৰ নিৰ্দ্দেশত বিকাশৰ অনুকূলতা পোৱা নাই। সমনীয়া সখীয়েকহঁতৰ লগত শকুন্তলা ডাঙৰ দীঘল হৈছে, তেওঁলোকে পৰস্পৰ উত্তাপত, অনুকৰণত, ভাৱৰ আদান-প্ৰদানত, হাঁহি-ধেমালি, কথোপকথনত স্বাভাৱিক বিকাশ লাভ কৰিছিল। শকুন্তলা যদি অহৰহ কণ্বমুনিৰ লগতে থাকিলহেতেন, তেনেহলে তেওঁৰ উন্মেষে বাধা



পালেহেতেন, তেতিয়া তেওঁৰ সৰলতা অজ্ঞতাৰ নামান্তৰ হৈ তেওঁক স্ত্ৰী-ঋষ্যশৃঙ্গ কৰি তুলিব পাৰিলেহেঁতেন। প্ৰকৃততে শকুন্তলাৰ সৰলতা স্বভাৱগত, মিৰান্দাৰ সৰলতা বহিৰ্ঘটনাগত। উভয়ৰ মাজত অৱস্থাৰ যি প্ৰভেদ তাৰ পৰা এনেহোৱাটো যুক্তিযুক্ত। মিৰান্দাৰ দৰে শকুন্তলাৰ সৰলতাক অজ্ঞানে চাৰিওফালে বেৰি থোৱা নাই। শকুন্তলাৰ যৌৱন সদ্য-বিকশিত, আৰু ৰাংচালী সখীয়েকহঁতে তেওঁক সেই বিষয়ে আত্মবিস্মৃত হৈ থাকিবলৈ দিয়া নাই—এইটো আমি প্ৰথম অঙ্কতে দেখিবলৈ পাওঁ। তেওঁ লাজ কৰিবলৈকো শিকিছে। কিন্তু এই এটাইবিলাকেই বাহিৰৰ কথা। তেওঁৰ সৰলতা অতি গভীৰ, তেওঁৰ পৱিত্ৰতা অন্তৰৰো অন্তৰৰ। বাহিৰৰ কোনো অভিজ্ঞতাই যে তেওঁক স্পৰ্শ কৰিব পৰা নাই, কবিয়ে শেষলৈকে সেইকথা দেখুৱাইছে। শকুন্তলাৰ সৰলতা ভিতৰৰ। তেওঁ যে সংসাৰৰ একোকে নেজানে এনে নহয়, কাৰণ তপোবন সমাজৰ একেবাৰে বাহিৰত নহয়, তপোবনতো গৃহ-ধৰ্ম্ম পালিত হয়। বাহিৰৰ বিষয়ত শকুন্তলা অনভিজ্ঞ যদিও অজ্ঞ নহয়, কিন্তু তেওঁৰ অন্তৰৰ মাজত আছে বিশ্বাসৰ সিংহাসন। এই বিশ্বাসৰ ওপৰত গঢ়লোৱা সৰলতাই তেওঁক ক্ষন্তেকৰ কাৰণে পতিত কৰিছে, আনহাতে কিন্তু চিৰকালৰ বাবে উদ্ধাৰ কৰিছে; ভীষণ বিশ্বাসঘাতকতাৰ আঘাততো তেওঁক ধৈৰ্য্য, ক্ষমা আৰু কল্যাণত স্থিৰ ভাৱে ৰাখিছে। মিৰান্দাৰ সৰলতাৰ অগ্নি-পৰীক্ষা হোৱা নাই, সংসাৰৰ জ্ঞানৰ সৈতে তেওঁৰ আঘাত হোৱা নাই, আমি কেৱল তেওঁক প্ৰথম অৱস্থাৰ মাজত দেখিছো; শকুন্তলাক কবিয়ে প্ৰথমৰপৰা শেষলৈকে দেখুৱাইছে।

এনে স্থলত তুলনামূলক আলোচনা বৃথা। আমি এইকথা স্বীকাৰ কৰোঁ। এই দুখন কাব্যক ওচৰা ওচৰিকৈ ৰাখিলে ঐক্যতকৈ বৈসাদৃশ্যই বেছি ফুটি উঠে। সেই বৈসাদৃশ্যৰ আলোচনায়ো দুয়োখন নাটক পৰিষ্কাৰ ভাৱে বুজাত সহায় কৰিব পাৰে। আমি সেই আশাতে এই প্ৰবন্ধ লেখিবলৈ হাতত লৈছোঁ।

মিৰান্দাক আমি দেখিবলৈ পাওঁ ঢৌৰ আঘাতত মুখৰ হৈ থকা ওখোৰা-মোখোৰা শিলেৰে ভৰা জনপ্ৰাণীহীন এক দ্বীপৰ মাজত, কিন্তু দ্বীপৰ প্ৰকৃতিৰ সৈতে তেওঁৰ ঘনিষ্ঠতা নাই। সৰুৰেপৰা তেওঁ তাত পালিত হোৱা সত্ত্বেও

তেওঁক তাৰপৰা আতঁৰাই আনিবলৈ গলে, তেওঁৰ কোনো ঠাইতে আঘাত নালাগে। সেই ঠাইত মিৰান্দাই মানুহ লগ পোৱা নাছিল, কেৱল এই ভাৰ টোহে তেওঁৰ চৰিত্ৰত প্ৰতিফলিত হৈছে, কিন্তু সেই ঠাই, সমুদ্ৰ বা পৰ্ব্বতৰ সৈতে তেওঁৰ কোনো ভাৱৰ যোগ আমি দেখিবলৈ নেপাওঁ। নিৰ্জ্জন দ্বীপটো আমি ঘটনাৰ ক্ৰমত কবিৰ বৰ্ণনাত মাত্ৰ দেখোঁ, কিন্তু মিৰান্দাৰ মাজেদি নেদেখোঁ। এই দ্বীপটো কেৱল কাব্যৰ আখ্যানৰ পক্ষেই আৱশ্যক, চৰিত্ৰৰ পক্ষে অত্যাৱশ্যকীয় নহয়।

শকুন্তলাৰ বিষয়ে এইকথা কব নোৱাৰি। শকুন্তলা তপোবনৰ অঙ্গীভূত। তপোবন আঁতৰাই ৰাখিলে কেৱল নাটকৰ আখ্যান ভাগতেই যে ব্যাঘাত ঘটে এনে নহয়, স্বয়ং শকুন্তলাই অসম্পূৰ্ণ হৈ পৰে। শকুন্তলা মিৰান্দাৰ দৰে স্বতন্ত্ৰ নহয়, শকুন্তলা নিজৰ চাৰিওফালে থকা সকলোৰে সৈতে একান্ত ভাৱে জড়িত। তেওঁৰ মধুৰ চৰিত্ৰ অৰণ্যৰ ছাঁ আৰু মাধবীলতাৰ পুষ্প-মঞ্জৰীৰ সৈতে ব্যাপ্ত আৰু বিকশিত; পশু পক্ষীৰ অকৃত্ৰিম সৌহাৰ্দ্দৰ সৈতে নিবিড়ভাৱে আকৃষ্ট। কালিদাসে তেওঁৰ নাটকত যি বহিঃপ্ৰকৃতিৰ বৰ্ণনা কৰিছে, তাক বাহিৰতে পেলাই থোৱা নাই, তাক শকুন্তলাৰ চৰিত্ৰৰ মাজত উন্মেষিত কৰি তুলিছে। এই কাৰণেই কৈছো যে শকুন্তলাক নিজৰ কাব্যগত পৰিবেষ্টনৰপৰা বাহিৰলৈ উলিয়াই অনা টান।

ফাৰ্দ্দিনান্দৰ সৈতে মিৰান্দাৰ প্ৰণয় কাৰ্য্যতে মিৰান্দাৰ প্ৰধান পৰিচয়। ধুমুহা বতাহৰ সময়ত নাও ভাগি বিপদতপৰা দুৰ্ভগীয়াহঁতৰ বাবে ব্যাকুল হৈ পৰোতে তেওঁৰ ব্যথিত অন্তৰৰ করুণা প্ৰকাশ পাইছে। শকুন্তলাৰ পৰিচয় আৰু বহল আৰু ব্যাপক। দুষ্যন্তই দেখা নিদিয়াহলেও তেওঁৰ মাধুৰ্য্য বিচিত্ৰ ভাৱে প্ৰকাশ পালেহেতেন। তেওঁৰ হৃদয় লতিকাই চেতন অচেতন সকলো বস্তুকে ধুনীয়াকৈ মৰমৰ বান্ধেৰে বান্ধিছে। তেওঁ আশ্ৰমৰ গছবিলাকৰ গুৰিত পানী ঢালোতেই সিহঁতলৈ সহোদৰ স্নেহ বোৱাই দিছে। তেওঁ নতুনকৈ ফুল ধৰি গাভৰু হোৱা (নৱকুসুম যৌৱনা) বন জ্যোৎস্নাক স্নিগ্ধ দৃষ্টিৰে নিজৰ কোমল বুকুত সুমাই লৈছে। শকুন্তলাই যেতিয়া তপোবন এৰি থৈ স্বামীৰ ঘৰলৈ গৈছিল, তেতিয়া পদে পদে তেওঁৰ আকৰ্ষণ, পদে পদে তেওঁৰ বেদনা। বনৰ সৈতে মানুহৰ বিচ্ছেদ যে ইমান মৰ্ম্মান্তিক



সকৰুণ হব পাৰে, এইটো সকলো সাহিত্যৰ ভিতৰত কেৱল শকুন্তলাৰ চতুৰ্থ অঙ্কতে দেখিবলৈ পোৱা যায়।

টেম্পেষ্টত বহিঃপ্ৰকৃতি এৰিয়েলে মানুহ আকাৰ ধাৰণ কৰিছে, কিন্তু তথাপি সি মানুহৰ আত্মীয়তাৰপৰা দূৰত আছে। মানুহৰ সৈতে তাৰ অনিচ্ছুক ভৃত্যৰ সম্বন্ধ। সি স্বাধীন হব খোজে। কিন্তু মানৱ শক্তিৰ দ্বাৰা পীড়িত আৰু আবদ্ধ হৈহে সি দাসৰ দৰে কাম কৰিছে। তাৰ হৃদয়ত স্নেহ নাই, চকুত চকুলো নাই। মিৰান্দাৰ নাৰী হৃদয়েও তাৰ প্ৰতি স্নেহ বিলোৱা নাই। দ্বীপৰপৰা বিদায়ৰ যাত্ৰা কালত প্ৰস্পেৰো আৰু মিৰান্দাৰ সৈতে এৰিয়েলৰ স্নিগ্ধ বিদায় সম্ভাষণ নহ'ল। টেম্পেষ্টত আছে পীড়ন, শাসন, দমন —শকুন্তলাত প্ৰীতি, শান্তি, সদ্ভাৱ। টেম্পেষ্টত প্ৰকৃতিয়ে মানুহৰ ৰূপ ধৰিও মানুহৰ সৈতে হৃদয়ৰ সম্বন্ধত আৱদ্ধ হোৱা নাই। শকুন্তলাত গছ-লতিকা পশু-পক্ষীয়ে নিজৰ ৰূপত থাকিও মানুহৰ সৈতে মধুৰ আত্মীয় ভাৱে মিলি গৈছে।

শকুন্তলাৰ আৰম্ভতে যেতিয়া ধনুৰ্ব্বাণধাৰী ৰজাৰ প্ৰতি এই করুণ নিষেধ বাণী ওলাল "ভো ভো ৰাজন্, আশ্ৰম মৃগোঽয়ং ন হন্তব্যো ন হন্তব্যঃ" [ হে মহাৰাজ, এইটো আশ্ৰমৰ মৃগ, ইয়াক নামাৰিব নামাৰিব! ]—তেতিয়াই কাব্যৰ এটা মূল সুৰ বাজি উঠিল। এই নিষেধ বাক্যই আশ্ৰম মৃগৰ লগে লগে তাপস কুমাৰী শকুন্তলাকো করুণাৰ আৱৰণেৰে ঢাকি পেলাইছে। ঋষিয়ে কৈছে—

মৃদু ই মৃগদেহত
নামাৰিবা শৰ,
জুইনো দিয়েহি কোনে
ফুলৰ ওপৰ।
অতিকে চঞ্চল কেনে
হৰিণাৰ প্ৰাণ,
নহয় তুলনা, তোমাৰ
বজ্ৰতুল্য বাণ॥

এই কথা শকুন্তলাতো খাটে। শকুন্তলাৰ প্ৰতিও ৰজাৰ প্ৰণয় শৰৰ নিক্ষেপ নিদাৰুণ, প্ৰণয়-ব্যৱসায়ত ৰজা পৰিপক্ক আৰু কঠিন; কিমান কঠিন অন্য

ঠাইত তাৰ পৰিচয় আছে—আৰু আশ্ৰম পালিতা বালিকাৰ অনভিজ্ঞতা আৰু সৰলতা নিচেই কোমল আৰু সকৰুণ। হায়, হৰিণাটি যেনেকৈ কাতৰ বাক্যেৰে ৰক্ষণীয়, শকুন্তলাও তেনেকৈ ৰক্ষণীয়। "দ্বৌ অপি অত্ৰ আৰণ্যকৌ" [ দুয়ো ইয়াত অৰণ্যচাৰী ]।

হৰিণাৰ প্ৰতি এই কৰুণা বাক্যৰ প্ৰতিধ্বনি মাৰ নৌ যাওঁতেই দেখোঁ, বল্কলবসনা তাপসকন্যা সখীয়েকহঁতৰ সৈতে গছৰ গুৰিত পানী দিয়াত ব্যস্ত—সহোদৰ ভাই-ভনী তৰুলতাৰ মাজত তেওঁ দৈনন্দিন সেৱা কাৰ্য্যত প্ৰবৃত্ত। কেৱল বল্কল বসনতেই নহয়, ভাৱ আৰু ভঙ্গীতো শকুন্তলা যেন তৰুলতাৰ মাজৰে এটি। সেই বাবেই দুষ্মন্তই কৈছে ঃ—

অধৰ-কিশলয় ৰঙীন আভা
যুগল বাহু যেন কোমল শাখা,
হৃদয় লোভনীয় কুসুম হেন
তনুত যৌৱন ফুলিছে যেন ॥

নাটকৰ আৰম্ভণিতেই শান্তি আৰু সৌন্দৰ্য্যৰে আগুৰি থকা এনে এটা সম্পূৰ্ণ জীৱনে, নিভৃত পুষ্প-পল্লৱৰ মাজত দৈনিক পালন কৰা আশ্ৰম ধৰ্ম্ম, অতিথি সেৱা, সখীৰ স্নেহ আৰু বাৎসল্য লৈ আমাৰ সম্মুখত থিয় দিলে। সি এনে অখণ্ড, এনে আনন্দকৰ যে আমাৰ কেৱল আশঙ্কা হয় যে পিচত আঘাত লাগিলেই ভাগি পৰে। চাওঁতে চাওঁতে যেতিয়া দুষ্মন্ত-শকুন্তলাৰ প্ৰণয় প্ৰগাঢ় হৈ উঠিছে তেতিয়া প্ৰথমাঙ্কৰ শেষত নেপথ্যত অকস্মাৎ আৰ্ত্তৰাও উঠিল—"হে তপস্বী সকল, তোমালোক তপোবনৰ প্ৰাণীসমূহ ৰক্ষা কৰিবৰ অৰ্থে সতৰ্ক হোৱা। মৃগয়া বিহাৰী ৰজা দুষ্মন্ত ওচৰ চাপিছে ॥"

এয়া সমস্ত তপোবন ভূমিৰ ক্ৰন্দন আৰু তপোবনৰ সেই প্ৰাণী সমূহৰ মাজত শকুন্তলাও এটি। কিন্তু কোনেও তেওঁক ৰক্ষা কৰিব নোৱাৰিলে।

সেই তপোবনৰপৰা শকুন্তলা যেতিয়া যায়, তেতিয়া কণ্বই চিঞৰি কলে—

তোমালোকক নকৰি জল দান
যি আগতে নকৰিছিল জলপান
আছিল যদিও হেপাহ পিন্ধিবৰ
নাযায় অকণো সত পাত ছিঙিবৰ



তোমালোকৰ ফুল যেতিয়া ফুলে
ৰঙতে তেওঁ মতলীয়া বোলে,
পতিগৃহে সেই বালিকা যায়
তোমালোক সৱে দিয়া বিদায়।

চেতন অচেতন সকলোৰে সৈতে এনে অন্তৰঙ্গ আত্মীয়তা, এনে প্ৰীতি আৰু কল্যাণৰ বন্ধন!

শকুন্তলাই ক'লে—"হলা প্ৰিয়ম্বদে, আৰ্য্যপুত্ৰক দেখা পাবৰ কাৰণে মোৰ প্ৰাণ আকুল, তথাপি আশ্ৰম এৰি যাবলৈ যেন মোৰ ভৰি আগ নাবাঢ়ে।" প্ৰিয়ম্বদাই ক'লে—"তুমিয়েই যে কেৱল তপোবনৰ বিৰহত কাতৰ, এনে নহয়, তোমাৰ আসন্ন বিয়োগত তপোবনৰো সেই একে দশা—

মৃগৰ সৰি পৰে মুখৰ তৃণ,
ময়ূৰে নেনাচে আৰু,
খহি পৰে পাত লতাৰপৰা
যেন সৰিছে চকুলো।

শকুন্তলাই কণ্বক ক'লে—"তাত, কুটিৰৰ ওচৰত চৰি ফুৰা গৰ্ভ-মন্থৰা এই হৰিণাজনীয়ে যেতিয়া নিৰ্বিঘ্নে প্ৰসৱ কৰিব, তেতিয়া সেই শুভ বাতৰি জনাবলৈ এজন মানুহ মোৰ ওচৰলৈ পঠাই দিব।"

কণ্বই ক'লে—"মই কেতিয়াও নেপাহৰোঁ।"

শকুন্তলাই পিছৰপৰা কি'হবাই টনা যেন পাই ক'লে—"কি অ'! কোনে মোৰ কাপোৰত ধৰি টানে?"

কণ্বই কলে—"আই,

ইঙ্গুদিৰ তেল ঘঁহি দিয়া মৰমতে
কুশেৰে বিন্ধিলে মুখ যাৰ,
( বনৰীয়া ) নীবাৰ ধানেৰে যাক তুলিছিলা তুমি
মৃগ পুত্ৰ ইটি যে তোমাৰ।

শকুন্তলাই তাক কলে—"তোৰ লগ এৰি থৈ যোৱা জনীৰ কিয় মিছাতে লগ লৈছ। জনম দিয়ে যেতিয়া তোৰ মাৰ মৰিল, তেতিয়াৰপৰা তোক মই ডাঙৰ কৰিছোঁ। এতিয়া মই আহিলোঁ। পিতাই তোক চাব, তই ঘূৰি যা।"

এইদৰে সকলো তৰুলতা, মৃগ-পক্ষীৰ ওচৰত বিদায় লৈ কান্দি কান্দি শকুন্তলাই তপোবন ত্যাগ কৰিলে।

লতাৰ সৈতে ফুলৰ যি সম্বন্ধ, তপোবনৰ সৈতে শকুন্তলাৰো তেনেকুৱা স্বাভাৱিক সম্বন্ধ।

অভিজ্ঞান-শকুন্তল নাটকৰ অনসূয়া-প্ৰিয়ম্বদা যেনেকুৱা, কণ্ব যেনে, দুষ্যন্ত যেনে, তপোবন প্ৰকৃতিও তেনে এজন বিশেষ পাত্ৰ। এই মূক প্ৰকৃতিক নাটকত যে এনে প্ৰধান—এনে অত্যাৱশ্যকীয় স্থান দিব পাৰি, সেইটো বোধ কৰো সংস্কৃত সাহিত্যৰ বাহিৰে আন কতো দেখা নাযায়। প্ৰকৃতিক মানুহ কৰি, প্ৰকৃতিৰ মুখত কথাবাৰ্ত্তা দি ৰূপক নাট্য ৰচিত হব পাৰে—কিন্তু প্ৰকৃতিক প্ৰকৃতিৰূপেই ৰাখি, প্ৰকৃতিক ইমান সজীৱ, ইমান প্ৰত্যক্ষ, ইমান ব্যাপক, ইমান অন্তৰঙ্গ কৰি তোলা, ইয়াৰ দ্বাৰা নাটকৰ ইমান কাৰ্য্য সাধন কৰি লোৱা—এনে কথাতো আন ঠাইত দেখা নাযায়।

উত্তৰ চৰিততো প্ৰকৃতিৰ সৈতে মানুহৰ আত্মীয়ৰ দৰে সৌহাৰ্দ্দ এই দৰেই ব্যক্ত হৈছে। ৰাজপ্ৰাসাদত থাকিও সীতাৰ প্ৰাণে অৰণ্যৰ বাবে কান্দিছে। তাত তমসা নৈ আৰু বসন্তৰ বনলক্ষ্মী তেওঁৰ প্ৰিয় সখী, তাত ম'ৰা আৰু হাতী পোৱালী তেওঁৰ তোলনীয়া পো, তৰুলতা তেওঁৰ পৰিজনবৰ্গ।

টেম্পেষ্ট নাটকৰ নামো যেনে, তাৰ ভিতৰৰ কথাও তেনেই। মানুহ প্ৰকৃতিৰ বিৰোধ, মানুহে-মানুহে বিৰোধ,—আৰু সেই বিৰোধৰ মূলত ক্ষমতা লাভৰ প্ৰয়াস। ইয়াত গুৰিৰপৰা শেষলৈ বিক্ষোভ। মানুহৰ দুৰ্বোধ প্ৰকৃতিয়েই এনেকুৱা ধুমুহা বোৱায়। শাসন-দমন-পীড়নৰ দ্বাৰা এইবিলাক প্ৰবৃত্তিক হিংস্ৰ পশুক ৰখাৰ দৰে সংযত কৰি ৰাখিব লগা হয়। কিন্তু এই দৰে বলেৰে বলক দমন কৰি ৰখা, এইটো কেৱল সাময়িক ভাৱে কাম চলোৱাৰ প্ৰণালী মাত্ৰ। আমাৰ আধ্যাত্মিক প্ৰকৃতিয়ে ইয়াকে পৰিণাম বুলি স্বীকাৰ কৰিব নোৱাৰে। সৌন্দৰ্য্যৰ দ্বাৰা, প্ৰেমৰ দ্বাৰা, মঙ্গলৰ দ্বাৰা, পাপ একেবাৰে ভিতৰৰপৰা বিলুপ্ত বিলীন হৈ যায়—এয়ে আমাৰ আধ্যাত্মিক প্ৰকৃতিৰ আকাঙ্ক্ষা। সংসাৰত ইয়াৰ হেজাৰ বাধা-ব্যতিক্ৰম থাকিলেও ইয়াৰ



প্ৰতি মানুহৰ অন্তৰৰো অন্তৰৰ লক্ষ্য এটা আছে। সাহিত্যই সেই লক্ষ্য সাধনৰ নিগূঢ় প্ৰয়াস ব্যক্ত কৰে। ফলাফল নিৰ্ণয় আৰু বিভীষিকাৰ দ্বাৰা কল্যাণৰ পথত নিযুক্ত ৰখা বাহিৰৰ কাম, এইবিলাক দণ্ডনীতি আৰু ধৰ্ম্মনীতিৰ আলোচ্য হব পাৰে, কিন্তু উচ্চ সাহিত্যই অন্তৰাত্মাৰ ভিতৰৰ পথটো অৱলম্বন কৰিব খোজে। আপোনা আপুনি কলঙ্ক ধুই-মচি নিকা কৰে, অন্তৰৰ ঘৃণাৰে ওলোৱা চকুলোৰে পাপ দগ্ধ কৰে আৰু সহজ আনন্দৰ দ্বাৰা পুণ্যক অভ্যৰ্থনা জনায়।

কালিদাসেও তেওঁৰ নাটকত জিভা মেলি অহা বনজুইক অনুতপ্ত চিত্তৰ অশ্ৰুবৰ্ষণৰ দ্বাৰা নুমাইছে। কিন্তু তেওঁ ব্যাধিৰ বিষয়ে বৰ বেচিকৈ আলোচনা কৰা নাই—তেওঁ তাৰ আভাস দিয়েই তাৰ ওপৰত এখন ঢাকনি দি ঢাকিছে। সংসাৰত এনেস্থলত যিটো স্বভাৱতে ঘটিব পাৰে, সেইটো তেওঁ দুৰ্ব্বাসাৰ শাপৰ দ্বাৰা ঘটাইছে। নহলে এইটো ইমান ক্ষোভজনক আৰু নিষ্ঠুৰ হ'লহেতেন যে তাৰদ্বাৰা সমগ্ৰ নাটকৰ শান্তি আৰু সামঞ্জস্য নষ্ট হৈ গ'লহেতেন। শকুন্তলাত কালিদাসে যি ৰসৰ প্ৰতি লক্ষ্য ৰাখিছে, এনেকুৱা অত্যুৎকৃষ্ট আন্দোলনত সি ৰক্ষা নাপালেহেতেন। দুখ-বেদনাক তেওঁ সমানেই ৰাখিছে, কেৱল বীভৎস-কদৰ্য্যতাক ঢাকি থৈছে।

কিন্তু কালিদাসে সেই ঢাকনিৰ মাজত এধানমান ফুটা ৰাখিছে, যত পাপৰ আভাস পোৱা যায়। সেই কথাৰেই উত্থাপন কৰিছোঁ।

পঞ্চম অঙ্কত শকুন্তলাৰ প্ৰত্যাখ্যান। সেই অঙ্কৰ আৰম্ভতে কবিয়ে ৰজাৰ প্ৰণয়-ৰঙ্গভূমিৰ যৱনিকা খন্তেকৰ কাৰণে অলপ আঁতৰাই দেখুৱাইছে। ৰজাৰ প্ৰেয়সী হংস পাদিকাই নেপথ্যৰ সঙ্গীতশালাত বহি আপোন মনে গান গাইছে—

নৱমধুলোভী হেৰা মধুকৰ
চূত মঞ্জৰী চুমি।
কমলিনী সতে যি প্ৰীতি লভিলা
কিয়নো পাহৰা তুমি।

ৰজাৰ অন্তঃপুৰৰপৰা ব্যথিত হৃদয়ৰ এই চকুলোসৰা গানে আমাক বৰ আঘাত দিয়ে। বিশেষ ভাৱে আঘাত কৰে এই বাবেই যে ইয়াৰ আগতে

শকুন্তলাৰ সৈতে দুষ্মন্তৰ প্ৰেমলীলাই আমাৰ চিত্ত অধিকাৰ কৰি আছে। ইয়াৰ আগৰ অঙ্কতে শকুন্তলাই ঋষিবৃদ্ধ কণ্বৰ আশীৰ্ব্বাদ আৰু সমস্ত অৰণ্যানীৰ মঙ্গলাচৰণ গ্ৰহণ কৰি অতিশয় স্নিগ্ধ কৰুণ বেশত বৰ পবিত্ৰ মধুৰ ভাৱে পতিগৃহলৈ যাত্ৰা কৰিছে। তেওঁৰ বাবে প্ৰেমময় গৃহৰ যিটো চিত্ৰ আমাৰ আশাপটত অঙ্কিত হৈ উঠে, পিচৰ অঙ্কৰ আৰম্ভতে সেই চিত্ৰত কালিমা পৰি যায়।

বিদূষকে যেতিয়া সুধিলে—এই গানৰ আক্ষৰিক অৰ্থ কি বুজিলানে? ৰজাই মিচিকিয়া হাহি মাৰি কলে "সকৃৎকৃত প্ৰণয়োঽয়ং জনঃ।" এবাৰ মাথো প্ৰণয় কৰি পৰিত্যাগ কৰা বাবে দেবী বসুমতীৰ মই অত্যন্ত ভৎ‍সনাৰ পাত্ৰ হৈছোঁ। সখি মাধব্য, তুমি মোৰ কথা কৈ হংস পাদিকাক কোৱা—বৰ কৌশলেৰে তুমি মোক ভৎ‍সনা কৰিছা……যোৱা নাগৰিক বৃত্তিৰ দ্বাৰা এই কথাটো বুজাই দিয়া।

পঞ্চম অঙ্কৰ প্ৰাৰম্ভত ৰজাৰ এই চপল প্ৰণয় নিৰৰ্থক নহয়। ইয়াত কবিয়ে নিপুণ কৌশলেৰে জনাইছে, দুৰ্ব্বাসাৰ অভিশাপত যি ঘটিছে, স্বভাৱৰ ভিতৰত তাৰ বীজ আছিল। কাব্য-ধৰ্ম্মৰ বাবে যিটো আকস্মিক কৰি দেখুওৱা হৈছে, সেইটো স্বাভাৱিক।

চতুৰ্থ অঙ্কৰপৰা পঞ্চম অঙ্কত আমি অন্য এক বাতাবৰণৰ মাজত সোমালোঁ। এতিয়ালৈকে যেন আমি এক মানস লোকত আছিলোঁ—তাৰ যি নিয়ম, ইয়াৰ নিয়ম সেইটো নহয়। সেই তপোবনৰ সুৰ ইয়াৰ সুৰৰ সৈতে মিলিব কেনেকৈ? তাত যি ঘটনাটো সহজ সুন্দৰ ভাৱে অতি অনায়াসে ঘটিছিল, ইয়াত তাৰ কি দশা হব, সেইটো চিন্তা কৰিলে আশঙ্কা জন্মে।

সেই বাবেই পঞ্চম অঙ্কৰ আৰম্ভণিতে নাগৰিক বৃত্তিৰ ভিতৰত যেতিয়া দেখিবলৈ পালোঁ যে ইয়াত হৃদয় বৰ কঠিন, প্ৰণয় বৰ কুটিল আৰু মিলনৰ পথ সহজ নহয়, তেতিয়া আমাৰ সেই বনৰ সৌন্দৰ্য্য-স্বপ্ন ভঙ্গ হবৰ উপক্ৰম হল। ঋষিৰ শিষ্য শাৰ্ঙ্গৰৱে ৰাজভৱনত প্ৰবেশ কৰি কলে—"যেন জুয়ে বেৰি ধৰা ঘৰৰ মাজত হে সোমালোঁ।" শাৰদ্বতে কলে—"তেল ঘঁহি থকা মানুহক দেখি গাধোৱা মানুহৰ, অশুচি মানুহক দেখি



শুচি মানুহৰ, শুই থকা জনক দেখি জাগ্ৰত জনৰ আৰু বদ্ধজনক দেখি স্বাধীন জনৰ যি ভাৱ মনলৈ আহে, এইসকল বিষয়ীলোকক দেখি মোৰ সেই ভাৱ মনলৈ আহিছে। এখন যে সম্পূৰ্ণ স্বকীয় ৰাজ্যলৈ তেওঁলোক আহিছে, ঋষিকুমাৰসকলে সহজে অনুভৱ কৰিব পাৰিলে। পঞ্চম অঙ্কৰ আৰম্ভত কবিয়ে নানা প্ৰকাৰ আভাসৰ দ্বাৰা আমাক প্ৰস্তুত কৰি ৰাখিলে যাতে শকুন্তলাৰ প্ৰত্যাখ্যান ঘটনাই অকস্মাতে অতিৰিক্ত আঘাত নকৰে। হংসপাদিকাৰ সৰল কৰুণ গীত এই ক্ৰুৰ-কাণ্ডৰ ভূমিকা হৈ ৰ'ল।

তাৰ পিচত যেতিয়া প্ৰত্যাখ্যান বজ্ৰৰ দৰে অকস্মাৎ শকুন্তলাৰ মূৰৰ ওপৰত ভাগি পৰিল, তেতিয়া তপোবনৰ জীয়ৰী শকুন্তলাই বিশ্বাস ভাজন জনৰ হাতৰপৰা অহা বাণ খোৱা হৰিণীৰ দৰে ব্যাকুল ভাৱে চাই ৰ'ল। তপোবনৰ পুষ্প ৰাশিৰ ওপৰত জুই আহি পৰিল। শকুন্তলাক অন্তৰে বাহিৰে, ছাঁয়া আৰু সৌন্দৰ্য্যত আচ্ছন্ন কৰি যি এখন তপোবন দেখা নেদেখাকৈ আছিল, এই বজ্ৰাঘাতৰ দ্বাৰা সেই তপোবন চিৰদিনৰ বাবে বিশ্লিষ্ট হৈ গ'ল—শকুন্তলা একেবাৰে অনাবৃতা হৈ পৰিল। ক'ত তাত কণ্ব, ক'ত মাতৃ গৌতমী; ক'ত অনসূয়া-প্ৰিয়ম্বদা; ক'ত সেই তৰু-লতা, পশু-পক্ষীৰ সতে স্নেহৰ সম্বন্ধ, মাধুৰ্য্যৰ যোগ, সেই সুন্দৰ শান্তি, সেই নিৰ্মল জীৱন? এই এক মুহূৰ্ত্তৰ প্ৰলয় অভিঘাতত শকুন্তলাৰ যে কিমান খিনি বিলুপ্ত হৈ গ'ল, তাক দেখি আমি স্তম্ভিত হৈ পৰোঁ। নাটকৰ প্ৰথম চাৰি অঙ্কত যি সঙ্গীত ধ্বনি উঠিছিল, সেই সকলো এক নিমিষতে নিতাল হৈ পৰিল।

তাৰ পিচত শকুন্তলাৰ চাৰিওফালে কি গভীৰ স্তব্ধতা! কি বিৰলতা! যি শকুন্তলাই কুমলীয়া হৃদয়ৰ প্ৰভাৱত নিজৰ চাৰিওফালৰ সংসাৰৰ সকলোকে আপোন কৰি লৈছিল, সেই শকুন্তলা আজি কেনে অকলশৰীয়া। তেওঁৰ সেই বৃহৎ শূন্যতা শকুন্তলাই নিজৰ একমাত্ৰ মহৎ দুখৰ দ্বাৰা পূৰ্ণ কৰি বিৰাজ কৰিছে। কালিদাসে যে তেওঁক কণ্বৰ আশ্ৰমলৈ ঘূৰাই লৈ যোৱা নাই, ই তেওঁৰ অসামান্য কবিত্বৰ পৰিচয়। পূৰ্ব্ব পৰিচিত বনভূমিৰ সৈতে তেওঁৰ পূৰ্ব্বৰ মিলন আৰু সম্ভৱপৰ নহয়।

কণ্বাশ্ৰমৰপৰা যাত্ৰাৰ সময়ত তপোবনৰ সৈতে শকুন্তলাৰ কেৱল বাহিৰৰ

বিচ্ছেদ ঘটিছিল। দুষ্যন্তৰ গৃহৰপৰা প্ৰত্যাখ্যাত হোৱাৰ পিচত সেই বিচ্ছেদ সম্পূৰ্ণ হৈ পৰিল। সেই শকুন্তলা আৰু নাথাকিল, এতিয়া সংসাৰৰ সৈতে তেওঁৰ সম্বন্ধৰ পৰিবৰ্ত্তন ঘটিছে, এতিয়া তেওঁক সেই পুৰণি সম্বন্ধৰ মাজত স্থাপন কৰা হলে অসামঞ্জস্য উৎকট নিষ্ঠুৰ ভাৱে প্ৰকাশ হ'ল হেতেন। এতিয়া এই দুখুনীৰ বাবে তেওঁৰ হিয়া ভগা দুখৰ উপযোগী নিৰ্জ্জনতা আৱশ্যক। কালিদাসে শকুন্তলাৰ বিৰহ-দুখৰ প্ৰত্যক্ষ অৱতাৰণা কৰা নাই। কবি নীৰৱে থাকি আমা'ৰ চাৰিওফালৰ নীৰৱতা আৰু শূন্যতা আমাৰ চিত্তৰ মাজত ডাঠ কৰি তুলিছে। কবিয়ে যদি শকুন্তলাক কণ্বাশ্ৰমৰ মাজলৈ ঘূৰাই নি এনেকৈ নীৰৱ হৈয়ো থাকিলহেতেন, তথাপি সেই আশ্ৰমে কথা কলেহেতেন। সেই ঠাইৰ তৰু লতাৰ ক্ৰন্দন, সখীয়েকহঁতৰ বিলাপ আপোনা আপুনি আমাৰ মনৰ মাজত ধ্বনিত হৈ থাকিলহেতেন। কিন্তু অপৰিচিত মাৰীচৰ তপোবনৰ সকলোৱেই আমাৰ ওচৰত নিস্তব্ধ, নীৰৱ। কেৱল সাংসাৰিক সম্বন্ধৰপৰা আঁতৰি থকা, নিয়ম সংযম পালন কৰি অপৰিমেয় দুখৰ মাজত ধৈৰ্য্যশীলা শকুন্তলাৰ গম্ভীৰ মূৰ্ত্তি আমাৰ মানস চকুৰ আগত ধ্যানাসনত বিৰাজমান। এই ধ্যানমগ্ন দুখৰ আগত কবিয়ে নিজৰ ওঠৰ ওপৰত তৰ্জ্জনী আঙুলি থৈ অকলে থিয় হৈ আছে আৰু এই নিষেধৰ সংকেতেৰে সকলো প্ৰশ্ন আৰু সমগ্ৰ বিশ্বক দূৰলৈ আঁতৰাই থৈছে।

দুষ্যন্ত এতিয়া অনুতাপত দগ্ধ হব লাগিছে। এই অনুতাপেই তপস্যা। এই অনুতাপৰ ভিতৰেদি শকুন্তলাক লাভ নকৰিলে শকুন্তলা লাভৰ কোনো গৌৰৱ নাছিল। হাতত পালেই যি পোৱা, সেইটো পোৱা নহয়, লাভ কৰা কথাটো ইমান সহজ কথা নহয়। যৌৱন-মত্ততাৰ আকস্মিক ধুমুহাই শকুন্তলাক এক মুহূৰ্ত্তত উৰাই নিয়া হলে, তেওঁক সম্পূৰ্ণ ভাৱে পোৱা নগ'ল-হেঁতেন। লাভ কৰাৰ প্ৰকৃষ্ট উপায় সাধনা—তপস্যা। যিটো অনায়াসে হস্তগত হৈছিল, সেয়া অনায়াসে হেৰাল। যিটো বস্তু আৱেশত হাতৰ মুঠিলৈ আহে; সেইটো শিথিল ভাৱেই সৰি পৰে। সেইবাবে কবিয়ে পৰস্পৰক যথাৰ্থভাৱে চিৰন্তন ভাৱে লাভৰ বাবে দুষ্যন্ত শকুন্তলাক দীঘলীয়া দুঃসহ তপস্যাত প্ৰবৃত্ত কৰিলে। ৰাজসভাত প্ৰবেশ কৰা মাত্ৰকে দুষ্যন্তই যদি শকুন্তলাক গ্ৰহণ কৰিলেহেতেন, তেনেহলে শকুন্তলাই হংস পাদিকাৰ



দলবৃদ্ধি কৰি ৰাজ অৱৰোধৰ একাষত ঠাই পালেহেতেন। বহুবল্লভ ৰজাৰ এনে কত সুখলব্ধ প্ৰেয়সীয়ে ক্ষণিক সৌভাগ্যৰ স্মৃতিকে মাত্ৰ লৈ অনাদৰৰ অন্ধকাৰত অনাৱশ্যক জীৱন যাপন কৰি আছে? "সকৃৎ কৃত প্ৰণয়োঽয়ং জনঃ।"

শকুন্তলাৰ সৌভাগ্যৰ বাবেই দুষ্যন্তই নিষ্ঠুৰ কঠোৰতাৰে তেওঁক পৰিহাস কৰিছিল। নিজৰ ওপৰত নিজৰ নিষ্ঠুৰতাৰ প্ৰত্যভিঘাততেই দুষ্যন্তক শকুন্তলা সম্বন্ধে অচেতন হৈ থাকিবলৈ নিদিলে। নিতৌ পৰম বেদনাৰ উত্তাপৰ সৈতে শকুন্তলা তেওঁৰ বিগলিত হৃদয়ৰ সৈতে মিহলি হবলৈ লাগিল; তেওঁৰ অন্তৰ-বাহিৰ একে হৈ পৰিল। এনে অভিজ্ঞতা ৰজাৰ জীৱনত কেতিয়াও হোৱা নাছিল, তেওঁ যথাৰ্থ প্ৰেমৰ উপায় আৰু অৱসৰো পোৱা নাছিল। ৰজা বুলিয়েই তেওঁ এই বিষয়ে হতভাগ্য। তেওঁৰ ইচ্ছা অনায়াসে তৃপ্ত হয় বুলিয়েই সাধনাৰ ধন অনায়ত্ত আছিল। এইবাৰ বিধাতাই কঠোৰ দুখত পেলাই ৰজাক প্ৰকৃত প্ৰেমৰ অধিকাৰী কৰিছে—এতিয়াৰপৰা তেওঁৰ নাগৰিক বৃত্তি একেবাৰে বন্ধ।

এইদৰে কালিদাসে পাপক হৃদয়ৰ ভিতৰৰ ফালৰপৰা নিজৰ জুইৰে নিজেই দগ্ধ কৰিছে; বাহিৰৰপৰা তাক ছাইৰে ঢাকি ৰখা নাই। সমস্ত অমঙ্গল শেষ হোৱাকৈ অগ্নিসাৎ কৰিহে নাটকখন সমাপ্ত হৈছে। পাঠকৰ চিত্তই এটা সংশয়হীন পৰিপূৰ্ণ পৰিণতিৰ মাজত শান্তি লাভ কৰিছে। বাহিৰৰ পৰা অকস্মাতে গুটি পৰি যি বিষ বৃক্ষ গজে, ভিতৰৰপৰা গভীৰ ভাৱে তাক নিৰ্ম্মূল নকৰিলে, তাৰ উচ্ছেদ নহয়। কালিদাসে দুষ্যন্ত-শকুন্তলাৰ বাহিৰৰ মিলনক কন্টকাকীৰ্ণ পথেদি নি অন্তৰৰ মিলনত সাৰ্থক কৰি তুলিছে। এই কাৰণেই কবি গেটেই কৈছে "তৰুণ বছৰৰ ফুল আৰু পৰিণত বছৰৰ ফল; মৰ্ত্ত্য আৰু স্বৰ্গ যদি কোনোৱে একে ঠাইতে পাব খোজে, তেনেহলে শকুন্তলাত সেইখিনি পোৱা যাব।"

শকুন্তলাক আমি কাব্যৰ আৰম্ভত এটা নিষ্কলুষ সৌন্দৰ্য্যলোকৰ মাজত দেখোঁ—তাত তেওঁ সৰল আনন্দত সখীয়েক, তৰুলতা, পহুৰ মাজত মিলি আছে। সেই স্বৰ্গৰ মাজত কোনেও নেদেখাকৈ হঠাতে অপৰাধ আহি সোমাল, স্বৰ্গৰ সৌন্দৰ্য্য পোকে কুটা ফুলৰ দৰে বিশীৰ্ণ হৈ সৰি পৰিল। তাৰ পিচত

লাজ, সংশয়, দুখ, বিচ্ছেদ, অনুতাপ সকলোৱে শেষত বিশুদ্ধতৰ, উন্নততৰ, স্বৰ্গলোকত ক্ষমা, প্ৰীতি আৰু শান্তি। শকুন্তলাক এটি "পেৰাডাইজ্ লষ্ট" আৰু "পেৰেডাইজ ৰিগেইন্দ" বুলিব পাৰি।

প্ৰথম স্বৰ্গখন অতি মৃদু আৰু অৰক্ষিত—যদিও ই সম্পূৰ্ণ আৰু সুন্দৰ, তথাপি পদুম পাতৰ ওপৰৰ নিয়ৰ কণাৰ দৰে অথিৰ। এই সংকীৰ্ণ সম্পূৰ্ণতাৰ সৌকুমাৰ্য্যৰপৰা মুক্তি পোৱাই ভাল—ই ( স্বৰ্গ ) চিৰদিনৰ বাবে নহয়, আৰু ইয়াত আমাৰ সৰ্ব্বাঙ্গীন তৃপ্তি নাই।

অপৰাধ য'ত হস্তীৰ দৰে আহি ইয়াৰ পদুম পাতৰ বেৰা ভাঙি দিলে, আলোড়নৰ বিক্ষোভত সমস্ত চিত্ত উন্মথিত কৰি তুলিলে। সেই স্বৰ্গ এইদৰে সহজেই নষ্ট হ'ল, বাকী থাকিল মাথোন সাধনাৰ স্বৰ্গ। অনুতাপৰ দ্বাৰা সেই স্বৰ্গ যেতিয়া জয় হল, তেতিয়া আৰু কোনো শঙ্কাই নাথাকিল। ইয়ে শাশ্বত স্বৰ্গ। মানুহৰ জীৱনেই এনেকুৱা শিশু যি সৰল স্বৰ্গত থাকে, সি সুন্দৰ সম্পূৰ্ণ, কিন্তু ক্ষুদ্ৰ। ডেকাকালৰ সমস্ত বিক্ষেপ আৰু বিক্ষোভ সমস্ত অপৰাধৰ আঘাত আৰু অনুতাপৰ দাহ জীৱনৰ পূৰ্ণ বিকাশৰ পক্ষে আৱশ্যক। শিশুকালৰ শান্তিৰ মাজৰপৰা বাহিৰ ওলাই সংসাৰৰ বিৰোধ বিপ্লবৰ মাজত নপৰিলে পৰিপূৰ্ণ বয়সৰ শান্তিৰ আশা মিছা। প্ৰভাতৰ স্নিগ্ধতাক মধ্যাহ্ন তাপত দগ্ধ কৰাৰ পিছতহে লোকান্তৰ ব্যাপী বিৰাম। পাপ-অপৰাধে ক্ষণভঙ্গুৰক ভাঙ্গি দিয়ে আৰু অনুতাপ বেদনাই চিৰস্থায়ী কৰি গঢ়ি তোলে। শকুন্তলা কাব্যত কবিয়ে সেই স্বৰ্গচ্যুতিৰপৰা স্বৰ্গ-প্ৰাপ্তি পৰ্য্যন্ত গোটেই খিনি প্ৰকাশ কৰিছে।

বিশ্ব প্ৰকৃতি যেনেকৈ বাহিৰত প্ৰশান্ত সুন্দৰ, কিন্তু তাৰ প্ৰচণ্ড শক্তিয়ে অহৰহ অন্তৰত কাম কৰে, শকুন্তলা নাটক খনিত আমি তাৰ প্ৰতিৰূপ দেখিবলৈ পাওঁ। দুষ্যন্ত শকুন্তলাৰ ভিতৰত যি প্ৰেমালাপ আছে, সি অতি সংক্ষিপ্ত, তাৰ অধিকাংশই আভাসে ইঙ্গিতে ব্যক্ত হৈছে; কালিদাসে কতো লেগাম ঢিলাই দিয়া নাই। অন্য কবিয়ে যি ঠাইত লেখনী দ্ৰুত গতিৰে চলোৱাৰ সুযোগ বিচাৰে, তেওঁ সেই ঠাইতে হঠাৎ লেখনী বন্ধ কৰিছে। দুষ্যন্ত তপোবনৰপৰা ৰাজধানীলৈ উলটি গৈ শকুন্তলাৰ একো খবৰ লোৱা নাই। এই উপলক্ষে বিলাপ-পৰিতাপ অনেক হব পাৰিলে হেঁতেন ; তেনে অৱস্থাতো কবিয়ে শকুন্তলাৰ মুখত এটাও কথা দিয়া নাই। কেৱল দুৰ্ব্বাসাৰ প্ৰতি আতিথ্যত অনৱধান লক্ষ্য কৰি, হতভাগিনীৰ অৱস্থাৰ আমি যথাসম্ভৱ কল্পনা কৰিব পাৰোঁ। শকুন্তলাৰ প্ৰতি কণ্বৰ একান্ত স্নেহ বিদায় কালত কি সকৰুণ গাম্ভীৰ্য্য আৰু সংযমৰ সৈতে কিমান কম কথাত ব্যক্ত হৈছে। অনসূয়া-প্ৰিয়ম্বদাৰ সখী-বিচ্ছেদ-বেদনা ক্ষণে ক্ষণে একেবাৰ কথাত যেন বান্ধ ভাঙিবৰ চেষ্টা কৰি, তেতিয়াই আকৌ অন্তৰৰ মাজত বন্ধ হৈ গৈছে। প্ৰত্যাখ্যান দৃশ্যত ভয়, লাজ,অভিমান, অনুনয়, ভৰ্ৎসনা, বিলাপ সকলো আছে অথচ কিমান কম কথাত ! যি শকুন্তলাই সুখৰ সময়ত সৰলভাৱে কোনো সংশয় নোহোৱাকৈ নিজক বিসৰ্জ্জন দিছিল,দুখৰ সময়ত দাৰুণ অপমান কালত তেওঁ যে নিজৰ হৃদয় বৃত্তিৰ মৰ্য্যদা এনে আশ্চৰ্য্য সংযম দেখুৱাই ৰক্ষা কৰিব পাৰিব; এই কথা কোনে ভাৱিছিল। এই প্ৰত্যাখ্যানৰ নীৰৱতা কি গভীৰ, কি ব্যাপক। কণ্ব নীৰৱ, অনসূয়া প্ৰিয়ম্বদা নীৰৱ,মালিনী তীৰৰ তপোবনো নীৰৱ। সকলোতকৈ নীৰৱ শকুন্তলা। হৃদয় বৃত্তিক আলোড়ন কৰি তোলাৰ এনে অৱসৰ জানো কোনো নাটকত এনে নিঃশব্দে উপেক্ষিত হৈছে ? দুষ্যন্তৰ অপৰাধক দুৰ্ব্বাসাৰ শাপৰ আৱৰণেৰে ঢাকি ৰখা,সিও কবিৰ সংযম। দুষ্ট প্ৰবৃত্তিৰ দুৰন্ত গতিক অবাৰিত ভাৱে, উচ্ছৃঙ্খল ভাৱে দেখুওৱাৰ যি প্ৰলোভন, সেই লোভো কবিয়ে সামৰিছে। তেওঁৰ কাব্য লক্ষ্মীয়ে তেওঁক নিষেধ কৰি কৈছে—

ন খলু ন খলু বাণঃ সান্নিপাত্যোঽয়মস্মিন্।
মৃদুনি মৃগশৰীৰে পুষ্পৰাশাৱিৱাগ্নিঃ ॥*

দুষ্যন্ত যেতিয়া কাব্যৰ মাজত বিপুল বিক্ষোভৰ কাৰণ লৈ প্ৰবেশ কৰিলে, তেতিয়া কবিৰ অন্তৰৰ মাজত এই ধ্বনি উঠিল—

মূৰ্ত্তো বিঘ্নস্তপস ইৱ নো ভিন্ন-সাৰঙ্গ-যূথো।
ধৰ্ম্মাৰণ্যং প্ৰৱিশতি গজঃ স্যন্দনালোকভীতঃ ॥

তপস্যাৰ মূৰ্ত্তিমান বিঘ্নৰদৰে গজৰাজে ধৰ্ম্মাৰণ্যত প্ৰবেশ কৰিছে। এইবাৰ শান্তি ভঙ্গ হয় যেন দেখা গ'ল, কালিদাসে তেতিয়াই ধৰ্ম্মাৰণ্যৰ কাব্য কাননৰ এই মূৰ্ত্তিমান বিঘ্নক শাপৰ বন্ধনত সংযত কৰিলে, ইয়াক তেওঁ পদ্মবনৰ পঙ্ক আলোড়িত কৰি তুলিবলৈ নিদিলে।

* পাঠান্তৰ = তুলাৰাশাৱিৱাগ্নিঃ—সম্পাদক

ইউৰোপীয় কবি হোৱা হলে ইয়াতে সাংসাৰিক সত্যৰ নকল কৰিলে-হেতেন—সংসাৰত যেনেকুৱা নাটকতো তাকে দেখুৱালেহেতেন। শাপ আৰু অলৌকিক ব্যাপাৰৰ দ্বাৰা একোকে ঢাকি নাৰাখিলেহেতেন ; যেন তেওঁলোকৰ ওপৰত সমস্ত দাবী কেবল সংসাৰৰ, কাব্যৰ কোনো দাবীয়েই নাই। কালিদাসে সংসাৰক কাব্যতকৈ বেচি প্ৰাধান্য দিয়া নাই। পথে-ঘাটে যি ঘটি থাকে তাৰেই নকল কৰিব লাগিব এনে দাসখত তেওঁ কাকো লিখি দিয়া নাই ; কিন্তু কাব্যৰ শাসন কবিয়ে মানিবই লাগিব। কাব্যৰ প্ৰত্যেকটো ঘটনাকে সমগ্ৰ কাব্যৰ সৈতে তেওঁ খাপ খুৱাই লবই লাগিব। তেওঁ সত্যৰ আভ্যন্তৰীণ মূৰ্ত্তি অক্ষুন্ন ৰাখি, সত্যৰ বাহ্য মূৰ্ত্তিক তেওঁৰ কলা সৌন্দৰ্য্যৰ সৈতে সঙ্গত কৰি লৈছে। তেওঁ অনুতাপ আৰু তপস্যাক সমুজ্জ্বল কৰি দেখুৱাইছে ; কিন্তু পাপক তিৰস্কৰণৰ দ্বাৰা অলপ ঢাকি ৰাখিছে। শকুন্তলা নাটক প্ৰথমৰপৰা শেষলৈকে এটা শান্তি সৌন্দৰ্য্য আৰু সংযমৰ দ্বাৰা পৰিবেষ্টিত। এনেকুৱা নকৰিলে সেইটো বিপৰ্য্যস্ত হৈ গ'লহেতেন। সংসাৰৰ ঠিক নকল হ'লহেতেন সঁচা, কিন্তু কাব্যলক্ষ্মীয়ে সুকঠোৰ আঘাত পালেহেতেন। কবি কালিদাসৰ করুণ নিপুণ লেখনীৰ দ্বাৰা এইটো কেতিয়াও সম্ভৱ নহয়।

কবিয়ে এইদৰে বাহিৰৰ শান্তি আৰু সৌন্দৰ্য্যক কোনো ঠাইতে অতি মাত্ৰাই ক্ষুব্ধ নকৰাকৈ, তেওঁৰ কাব্যৰ আভ্যন্তৰীণ শক্তিক নিস্তব্ধতাৰ মাজত, সদায় সক্ৰিয় সবল কৰি ৰাখিছে। এনেকি তেওঁৰ তপোবনৰ বহিঃ প্ৰকৃতিয়েও সদায় অন্তৰৰ কামত সহযোগ কৰিছে। কেতিয়াবা ই শকুন্তলাৰ যৌৱন-লীলাত নিজৰ লীলা-মাধুৰ্য্য অৰ্পণ কৰিছে ; কেতিয়াবা মঙ্গল-আশীৰ্ব্বাদৰ সৈতে নিজৰ কল্যাণ কামনা মিহলাই দিছে, কেতিয়াবা বিচ্ছেদ কালীন ব্যাকুলতাৰ সৈতে নিজৰ মূক বিদায় বাক্যত করুণা সানি দিছে। তেওঁ অপৰূপ মন্ত্ৰ বলত শকুন্তলাৰ চৰিত্ৰৰ মাজত এটা পবিত্ৰ নিৰ্ম্মল ভাৱ, এটা স্নিগ্ধ মাধুৰ্য্যৰ ৰশ্মি সদায় বিকীৰণ কৰি ৰাখিছে। এই শকুন্তলা কাব্যত নিস্তব্ধতা যথেষ্ট আছে ; কিন্তু সকলোতকৈ নিস্তব্ধভাৱে অথচ ব্যাপক ভাৱে কবিৰ তপোবনে এই কাব্যৰ মাজত কাম কৰিছে। সেই কাম টেম্পেষ্টৰ এৰিয়েলৰ দৰে শাসন-বদ্ধ দাসত্বৰ বাহিৰা কাম



নহয় ; ই সৌন্দৰ্য্যৰ কাম ; প্ৰীতিৰ কাম, আত্মীয়তাৰ কাম, অভ্যন্তৰৰ নিগূঢ় কাম।

টেম্পেষ্টত শক্তি, শকুন্তলাত শান্তি, টেম্পেষ্টত বলৰ দ্বাৰা জয়, শকুন্তলাত মঙ্গলৰ দ্বাৰা সিদ্ধি ; টেম্পেষ্টত আধাবাটতে ছেদ, শকুন্তলাত সম্পূৰ্ণতাত অৱসান। টেম্পেষ্টত মিৰান্দা ৰস মাধুৰ্য্যৰে গঠিত, কিন্তু সেই সৰলতাৰ প্ৰতিষ্ঠা অজ্ঞতা-অনভিজ্ঞতাৰ ওপৰত। শকুন্তলাৰ সৰলতা অপৰাধত, দুখত, অভিজ্ঞতাত, ধৈৰ্য্য আৰু ক্ষমাত পৰিপক্ক, গম্ভীৰ আৰু স্থায়ী।

গেটেৰ সমালোচনা অনুসৰণ কৰি আকৌ কওঁ, শকুন্তলাত আৰম্ভৰ তৰুণ সৌন্দৰ্য্য মঙ্গলময় পৰম পৰিণতিত সফলতা লাভ কৰি মৰ্ত্যক স্বৰ্গৰ সৈতে সম্মিলিত কৰি পেলাইছে।

---

# শিক্ষাৰ মিলন

[ ৰবীন্দ্ৰনাথৰ বহুমুখী প্ৰতিভাৰ এটা ফাল শিক্ষা-সম্বন্ধে কৰা চিন্তাত প্ৰকাশ পাইছিল। এনে চিন্তাৰ ফলতে শান্তিনিকেতনৰ সৃষ্টি। ]

বিশ্ব জগতৰ বাহিৰৰ ফালটো এটা ডাঙৰ যন্ত্ৰ। সেই ফালত ধৰা-বন্ধা নিয়মৰ চুলি এডাল মানো হেৰ-ফেৰ হব নোৱাৰে। এই বস্তু বিশ্বই আমাক নানা প্ৰকাৰে বাধা দিয়ে। এলাহ বা মূৰ্খতাৰ বাবে যি তাৰ হাত সাৰিবলৈ গৈছে, সি সেই বাধাক ফাঁকি দিব পৰা নাই। নিজকহে ফাঁকি দিছে। আন হাতে যি বস্তুৰ নিয়ম শিকিছে, কেৱল বস্তুৰপৰা পোৱা বাধাহে তেওঁৰ আতৰিছে এনে নহয়, বস্তু নিজেই তেওঁৰ সহায় হৈছে—বস্তু-জগতত ঘূৰি ফুৰিবৰ বিদ্যা তেওঁৰ হাতত। সকলো ঠাইতে সকলোৰে আগেয়ে গৈ উপস্থিত হব পাৰে বুলিয়েই বিশ্বভোজৰ প্ৰথম ভাগ তেওঁৰ পাততে পৰে। যিবিলাকৰ বাট বুলোঁতেই বেলি লহিয়ায়, তেওঁলোকে গৈ দেখে যে, তেওঁ-লোকৰ বাবে হয়তো অলপহে বাকী আছে, নাইবা গোটেই ফাকি।

এই অৱস্থাত পাশ্চাত্যদেশৰ লোকে যি বিদ্যাৰ দ্বাৰা জগৎ জয় কৰিছে, সেই বিদ্যাক গালি পাৰি থাকিলে দুখ নকমে, অপৰাধহে বাঢ়িব। কাৰণ বিদ্যা যে সত্য।

বিশ্বব্ৰহ্মাণ্ডৰ নিয়মৰ কতো অকণো ত্ৰুটী থাকিব নোৱাৰে, এইটোৱেই বৈজ্ঞানিক বিশ্বাস। এই বিশ্বাসৰ বলতে জয় হয়। পাশ্চাত্যদেশৰ মানুহে এই বৈজ্ঞানিক বিশ্বাসক নিৰ্ভৰ কৰি নিয়ম খামোচ মাৰি ধৰি আছে আৰু বাহিৰৰ জগতৰ সকলো সঙ্কট পাৰ হৈ গৈছে। এতিয়াও যি সকলে সংসাৰৰ কাৰ্য্যত যাদুক অস্বীকাৰ কৰিবলৈ ভয় কৰে আৰু সঙ্কটত পৰিলে যাৰ মন যাদুৰ শৰণাপন্ন হব খোজে, তেওঁলোকেই এই ভৌতিক সংসাৰৰ সকলো পিনে নানা আঘাত পাইছে। তেওঁলোকে একোৰে কৰ্ত্তৃত্ব নাপালে।



ত্ৰুটীবিহীন বিশ্ব-নিয়মৰ ৰূপেই যে বিশ্বশক্তি এইকথা আৰু আজি কোৱা বাহুল্য মাথোন। আমাৰ নিয়ন্ত্ৰিত বুদ্ধিয়ে এই নিয়ন্ত্ৰিত শক্তিক উপলব্ধি কৰে। বুদ্ধিৰ নিয়মৰ সৈতে এই বিশ্বৰ নিয়মৰ সামঞ্জস্য আছে। এই কাৰণে এই নিয়মৰ ওপৰত অধিকাৰ আমাৰ সকলোৰে নিজৰ মাজতে আছে। এইকথা জানো বুলিয়েই আমি আমাৰ আত্মশক্তিৰ ওপৰত সম্পূৰ্ণ ৰূপে ভৰ দি থিয় দিব পাৰিছোঁ। বিশ্ব সংসাৰৰ গতিত যি আকস্মিকতাক মানে, তেওঁ নিজকে মানিবলৈ সাহ কৰিব নোৱাৰে। তেওঁ তেতিয়া যাকে তাকে মানি ফুৰে আৰু শৰণাগত হবৰ কাৰণে একেবাৰে ব্যাকুল হৈ পৰে। মানুহে যেতিয়া বিশ্বসংসাৰৰ কাৰ্য্যত মানুহৰ বুদ্ধি নাখাটে বুলি ভাবে তেতিয়া আৰু তেওঁ কোনো কথাৰে অনুসন্ধান কৰিব নোখোজে। প্ৰশ্ন কৰিব নোখোজে—তেতিয়া তেওঁ বাহিৰ বিশ্বত জগৎ কৰ্ত্তাক বিচাৰি ফুৰে। এই কাৰণেই বাহিৰৰ ফালে পুলিচৰ দাৰোগাৰপৰা মেলেৰিয়া মহলৈকে সকলোৰে ওচৰত ঠগ খায়। বুদ্ধিৰ ভীৰুতাই হৈছে শক্তিহীনতাৰ প্ৰধান কেন্দ্ৰ।

পাশ্চাত্য দেশত 'পলিটিকেল স্বাতন্ত্ৰ্য' যথাৰ্থ বিকাশ হবলৈ আৰম্ভ হৈছে কেতিয়াৰপৰা? অৰ্থাৎ কেতিয়াৰপৰা দেশৰ সকলো মানুহে এইকথা বুজিছে যে, ৰাষ্ট্ৰ-নিয়ম ব্যক্তি বিশেষ বা সম্প্ৰদায় বিশেষৰ খেয়ালৰ বস্তু নহয়, সেই নিয়মৰ সৈতে তেওঁলোক প্ৰত্যেকৰে সম্মতিৰ সম্বন্ধ আছে। যেতিয়াৰপৰাই বিজ্ঞানৰ আলোচনাই তেওঁলোকৰ মন ভয় সংশয়ৰপৰা মুক্ত কৰিছে, যেতিয়াৰপৰা তেওঁলোকে জানিছে সেই নিয়মেই সত্য, যি নিয়ম ব্যক্তিবিশেষৰ কল্পনাৰ দ্বাৰা বিকৃত নহয়, খামখেয়ালিৰ দ্বাৰা বিচলিত নহয়।

গাঁৱৰ উন্নতি কৰিবলৈ বুলি মই, এদিন এখন গাঁৱলৈ গৈছিলোঁ। গাঁৱৰ মানুহবিলাকক সুধিলোঁ, "সেইদিনা তোমালোকৰ গাঁৱত জুই লাগোঁতে এটা ঘৰো ৰাখিব নোৱাৰিলা কিয়?" তেওঁলোকে কলে, "কপাল" মই কলো, "কপাল নহয়' অ, কুঁৱাৰ অভাৱ। গাঁৱত এটাও কুঁৱা নাই কিয়?" তেওঁ-লোকে তেতিয়াই কলে, "ডাঙৰীয়া, গৰাকীৰ ইচ্ছা হলেই হয়।" যিবিলাকে ঘৰত জুই লগাৰ সময়ত ভাগ্য বুলি কয়, তেওঁলোকক পানীদিয়াৰ দায়িত্বও কোনো এজন গৰাকীৰ। গতিকে যেনেকৈয়ে হওক এওঁলোকে

এজন গৰাকী পালেই ৰক্ষা পৰে। সেয়েহে এওঁলোকৰ কপালত আন সকলো অভাৱেই থাকে, নাথাকে কিন্তু কোনো কালে গৰাকীৰ অভাৱ।

বিশ্ব ৰাজ্যত দেৱতাই আমাক স্বৰাজ দি ৰহি আছে। অৰ্থাৎ তেওঁ বিশ্বৰ নিয়মকে সাধাৰণ নিয়ম কৰি দিছে। এই নিয়ম আমি নিজৰ হাতলৈ আনিলে তাৰদ্বাৰা আমি প্ৰত্যেকৰে কৰ্ত্তৃত্ব লভিব পাৰোঁ। আমাৰ মোহে আমাক তাৰপৰা বঞ্চিত কৰিব পাৰে আৰু কাকো নোৱাৰে, কোনো ৰকমে নোৱাৰে। এই কাৰণেই উপনিষদে আমাৰ দেৱতাৰ বিষয়ে কৈছে, "যথাতথ্য তোঽৰ্থান্ ব্যদধাৎ শাশ্বতীভ্যঃ সমাভ্যঃ"—অৰ্থাৎ, তেওঁ যি অৰ্থৰ বিধান কৰিছে সেই বিধান যথাতথ, তাত অকণো খাম-খেয়ালি নাই, এই বিধান শাশ্বত কালৰ, আজি এনেকুৱা কাইলৈ তেনেকুৱা এনে নহয়। ইয়াৰ অৰ্থ এয়ে যে অৰ্থ ৰাজ্যত তেওঁ তেওঁৰ বিধান চিৰকালৰ বাবে পকাপকি কৰি দিছে। এয়ে নোহোৱা হলে মানুহ চিৰদিন স্ৰষ্টাৰ আঁচলত ধৰা হৈ দুৰ্ব্বল হৈ থাকিব লাগিলহেতেন—কেৱল ইটোৰ ভয়ত সিটোৰ ভয়ত পিয়দাক ঘোচ দি দি ফকিৰ হৈ যাব লাগিলহেতেন! কিন্তু পিয়দাৰ ছদ্মবেশধাৰী মিথ্যা বিভীষিকাৰ হাতৰপৰা তেওঁৰ যিখন দলিলে আমাক ৰক্ষা কৰিছে, সেইখন হৈছে তেওঁৰ বিশ্বৰ ৰাজ্যত আমাৰ স্বৰাজৰ দলিল, তাৰে মহা আশ্বাসৰ বাণী হৈছে—"যথাতথ্যতোঽৰ্থান্ ব্যদধাৎ শাশ্বতীভ্যঃ সমাভ্যঃ—তেওঁ অনন্ত কালৰপৰা অনন্ত কালৰ নিমিত্তে যি যি অৰ্থৰ বিধান কৰিছে, সি যথাতথ। তেওঁ তেওঁৰ সূৰ্য্য-চন্দ্ৰ গ্ৰহ-নক্ষত্ৰত এইকথা লিখি দিছে —বস্তু-ৰাজ্যত মই নহলেও তুমি চলিব পাৰিবা। তাৰপৰা মই লুকাই থাকিলোঁ। এফালে বল মোৰ বিশ্বৰ নিয়ম আৰু অইন ফালে থাকিল তোমাৰ বুদ্ধিৰ নিয়ম—এই দুটাৰ যোগত তুমি ডাঙৰ হোৱা, তোমাৰ জয় হওক, এই ৰাজ্য তোমাৰেই হওক—এই ধন তোমাৰ—অস্ত্ৰও তোমাৰেই।" বিধিদত্ত এই স্বৰাজ যি গ্ৰহণ কৰিছে, অন্য সকলো প্ৰকাৰ স্বৰাজ তেওঁ পাব আৰু পাই ৰক্ষা কৰিবও পাৰিব।

কিন্তু নিজৰ বুদ্ধি বিভাগত যি সকল আনৰ সেৱক, ৰাজনৈতিক বিভাগতো আনৰ সেৱক হোৱাৰ বাহিৰে সিহঁতৰ গত্যন্তৰ নাই। বিধাতাই যি ক্ষেত্ৰত কৰ্ত্তৃত্বৰ দাবী নকৰে সেই ক্ষেত্ৰতো যিবিলাকে কৰ্ত্তা বা গৰাকী



বিচাৰি লয়, য'ত সম্মান পোৱা যায়, তাতো আত্ম-অৱমাননা কৰে, তেওঁ-লোকৰ স্বৰাজতো বজাৰ পিচত বজাৰ আমদানি হব, কেৱল সামান্য "স্ব" টোকো ৰক্ষা কৰাও কঠিন হব।

এই খিনিলৈকে আগুৱাই আহি এটা কথাত মন বৈ পৰে। সন্মুখত এই প্ৰশ্নটোৱে দেখা দিয়ে, "সকলো বাৰু মানি ললোঁ; কিন্তু পশ্চিমৰ যি শক্তিৰ ৰূপ দেখি আহিছোঁ, তাত কিবা তৃপ্তি পাইছোঁ জানো?" নাই, নাই পোৱা। তাত ভোগৰ ৰূপ দেখিছোঁ—দেখা নাই আনন্দৰ ৰূপ। একে লেঠাৰিয়ে সাতমাহ ঐশ্বৰ্য্যৰ দানৱ পুৰী আমেৰিকাত আছিলোঁ। বেয়া অৰ্থত দানৱ বুলি কোৱা নাই। ইংৰাজীত কবলগা হলে হয়তো কলোঁহেতেন, "টিটোনিক ওয়েল্থ্" অৰ্থাৎ যি ঐশ্বৰ্য্যৰ শক্তি প্ৰৱল, আয়তন বিপুল। হোটেলত খিড়িকীৰ ওচৰত সদায় ত্ৰিশ-পঁয়ত্ৰিশ মহলা অট্টালিকাৰ ভ্ৰূকুটিৰ সন্মুখত বহি থাকোঁ আৰু মনে মনে কওঁ—লক্ষ্মীও এক আৰু কুবেৰো এক—অনেক পাৰ্থক্য। লক্ষ্মীৰ অন্তৰৰ কথা হ'ল কল্যাণ, সেই কল্যাণৰ-দ্বাৰা ধনে শ্ৰী লাভ কৰে। কুবেৰৰ অন্তৰৰ কথা হ'ল সংগ্ৰহ, সেই সংগ্ৰহৰ দ্বাৰা ধনে বহুলত্ব লাভ কৰে। বহুলত্বৰ কোনো চৰম অৰ্থ নাই। দুই দুগুণ চাৰি, চাৰি দুগুণ আঠ, আঠ দুগুণ যোল্ল, এই অঙ্কবোৰ ভেকুলীৰ দৰে জপিয়াই যায়। সেই জাপৰ দূৰত্ব ক্ৰমে বেছি দীঘল হৈহে যায়। এই নিৰন্তৰ জঁপিয়া জপিৰ প্ৰভাৱৰ মাজত যি সোমাই পৰিছে, তাৰ হেপাহ বাঢ়ি যায়, তেজ গৰম হৈ উঠে, বাহাদুৰিৰ মত্ততাত সেইজন গঙ্গাটোপ হৈ পৰে।

আট্লাণ্টিক মহাসাগৰৰ এই পাৰে শিল-ইটাৰ হাবিত থাকি মোৰ মনে প্ৰত্যেক দিনেই পীড়িত হৈ কব লাগিছে—"তালৰ খচ্মচনিৰ অন্ত নাই, কিন্তু সুৰ ক'ত।" "আৰু লাগে, আৰু লাগে" এই বাণীতো সৃষ্টিৰ সুৰ পোৱা নাযায়। এইবাবেই সেইদিনা এই ভ্ৰূকুটি-কুটিল অভ্ৰভেদী ঐশ্বৰ্য্যৰ সন্মুখত থিয় হৈ ধন-মান-হীন ভাৰতৰ এটি সন্তানে নিতৌ ধিকাৰৰ সৈতে কৈছে—ততঃ কিম্।

এইকথা বাৰে বাৰে কৈছোঁ যদিও আকৌ কওঁ, বৈৰাগ্যৰ নামত শুদা জোলোঙা লোৱাটো মই সমৰ্থন নকৰোঁ। মই কওঁ, গান বোলা সত্যটোৱে যদি অন্তৰ ভৰি থাকে, তেন্তে তাৰ সাধনাত সুৰ আৰু তাল দুয়োৰে চেষ্টা

থাকে ৰসৰ সংযম ৰক্ষাৰ বাবে—বাহিৰৰ বৈৰাগ্যই অন্তৰৰ পূৰ্ণতাৰ সাক্ষী দিয়ে। কোলাহলৰ উচ্ছৃঙ্খলতাৰ মাজত সংযমৰ নাম গোন্ধ নাই। অন্তৰত প্ৰেম বোলা সত্যটো যদি থাকে, তেন্তে তাৰ সাধনাত ভোগ সংযত হব লাগিব, সেৰাও হয় খাঁটি। এই সাধনাত সতীত্ব থকা আৱশ্যক। এই সতীত্বৰ যি বৈৰাগ্য অৰ্থাৎ সংযম, সেয়ে হল প্ৰকৃত বৈৰাগ্য। অন্নপূৰ্ণাৰ সৈতে বৈৰাগীৰ যি মিলন সেয়ে হ'ল প্ৰকৃত মিলন।

আগতে যি কৈছোঁ'তাৰপৰা সকলোৱে এইকথা বুজিব যে, ৰেলওৱে, টেলিগ্ৰাফ, কলকাৰখানাৰ কোনো প্ৰয়োজন নাই বুলি মই কোৱা নাই। মই কওঁ প্ৰয়োজন আছে; কিন্তু তাৰ বাণী নাই। বিশ্বৰ কোনো সুৰতে সি জাগি নুঠে, হৃদয়ৰ কোনো আহ্বানতে সি সহাৰি নিদিয়ে। মানুহৰ য'ত অভাৱ, তাতে তৈয়াৰী হয় উপকৰণ। মানুহৰ য'ত পূৰ্ণতা তাতে প্ৰকাশ হয় অমৃতৰূপ। এই অভাৱৰ ফালটোত উপকৰণৰ ৰাজ্যত মানুহৰ ঈৰ্ষা-বিদ্বেষ। মানুহৰ ইয়াতে প্ৰাচীৰ, ইয়াতে পাহৰা, ইয়াতে মানুহে নিজকে বঢ়ায় আৰু আনক দূৰ কৰে, গতিকে ইয়াতে মানুহৰ সংঘৰ্ষ। য'ত মানুহে আত্মাকহে প্ৰকাশ কৰে, বস্তুক নকৰে, সেই ক্ষেত্ৰত মানুহে সকলোকে মাতি আনে, তাত ভাগ কৰিলেও, ভোজ টুকাই নাযায়; গতিকে তাতে শান্তি।

নিয়মক কামত খটুৱাই আমি ফল পাওঁ; কিন্তু ফল পোৱাতকৈ মানুহৰ এটা ডাঙৰ লাভ আছে। চাহ বাগিছাৰ মেনেজাৰে বনুৱাৰ ওপৰত যি নিয়ম চলায়, সেই নিয়ম যদি পকা নিয়ম হয়, তেনেহলে চাহপাত হোৱাৰ কামত লাগে। কিন্তু বন্ধুৰ সম্বন্ধে মেনেজাৰৰ কোনো ধৰা বন্ধা নিয়ম নাই। তেওঁৰ বিষয়ে নিয়মৰ কোনো কথাই নুঠে। এনেঠাইত চাহৰ আয় নাই, ব্যয় হে আছে। বনুৱাৰ নিয়মটো আধিভৌতিক বিশ্বনিয়মৰ দলত, সেই কাৰণে সেই নিয়ম চাহবাগিছাতো খাটে। কিন্তু যদি এনে ধাৰণা হয় যে, এই বন্ধুতাৰ সত্য কোনো বিৰাট সত্যৰ অঙ্গ নহয়, তেনেহলে সেই ধাৰণাই মানৱত্বক শুকাই পেলায়। কলকাৰখানাকতো আমি আত্মীয় স্বজন বুলি বৰণ কৰিব নোৱাৰোঁ। কলৰ বাহিৰত যদি একো নাথাকে, তেন্তে আমাৰ যি আত্মাই আত্মীয়ক বিচাৰি ফুৰে, সি থিয় হ'ব ক'ত?



যান্ত্ৰিকতাক অন্তৰে বাহিৰে ডাঙৰ কৰি তোলা বাবে পশ্চিমৰ সমাজত মানৱ সম্বন্ধৰ বিশ্লিষ্টতা ঘটিছে। কিয়নো ইস্ক্ৰুপ আৰু আঠাৰে জোৰা লগোৱাকে ভাৱনা আৰু চেষ্টাত প্ৰধান কৰি তোলা বাবে অন্তৰতম যি আত্মিক বন্ধনত মানুহে স্বতঃ প্ৰসাৰিত আকৰ্ষণত পৰস্পৰ গভীৰ ভাৱে মিলি যায়, সেই সৃষ্টিশক্তি সম্পন্ন বন্ধন শিথিল হৈ পৰিছে। অথচ, মানুহক কল-কাৰখানাৰ নিয়মেৰে বন্ধাৰ আশ্চৰ্য্য সফলতা আছে। তাত পণ্যদ্ৰব্য দম বান্ধে, বিশ্বজুৰি হাত বহে, মেঘ ফালি আকাশলঙ্ঘা প্ৰাসাদ হয়।

কিয়নো আগতে কৈছোঁ যে সংসাৰৰ বাহিৰৰ ফালে যন্ত্ৰ, কথাটো সত্য। সেই কাৰণে এই যান্ত্ৰিকতাত যাৰ মন সোমাই পৰে, সিহঁতে যিমানে ফল লাভ কৰে, ফল লাভৰ বাবে সিমানেই লোভৰ অন্ত নহয়। লোভ যিমান বাঢ়ি যায়, মানুহে মানুহক সৰু কৰিবলৈ সিমানেই দ্বিধা নকৰা হয়।

ভক্তি নাই বুলিয়েই মানুহৰ বন্ধন জৰীৰ বান্ধ হয়, কিন্তু জৰীৰ বান্ধৰ ঐক্য মানুহে সহিব নোৱাৰে, বিদ্ৰোহী হয়। পশ্চিমৰ দেশবোৰত আজি সামাজিক বিদ্ৰোহ ক'লাহৈ আহিছে, এইকথা সুস্পষ্ট। ভাৰতত আচাৰৰ বাহিৰা বন্ধনেৰে, য'ত মানুহক এক কৰিব খোজা হৈছে, তাতে সেই ঐক্যই সমাজক নিৰ্জ্জীৱ কৰিছে, আৰু ইউৰোপৰ বাহ্য বন্ধনত, য'ত মানুহক এক কৰিব খোজা হৈছে, তাত সেই ঐক্যই সমাজক বিশ্লিষ্ট কৰিছে।

তেনেহলে চৰিতাৰ্থতা ক'ত? তাৰ উত্তৰ এদিন ভাৰতবৰ্ষৰ ঋষিয়ে দিছে। তেওঁলোকে কয়, চৰিতাৰ্থতা পৰম একৰ মাজত। গছৰপৰা আপেল সৰে, এটা, দুটা, তিনিটা, চাৰিটা। আপেল সৰাৰ অন্তবিহীন সংখ্যা গণনাৰ মাজতে আপেল সৰাৰ সত্যক পোৱা যায়, এইকথা যি কয়, প্ৰত্যেক সংখ্যাৰ ওচৰলৈ আহি তেওঁৰ মনে তেওঁক জোকাৰি ক'ব—ততঃ কিম্? তাৰ যাত্ৰাৰো বিৰাম নাই, তাৰ প্ৰশ্নৰো উত্তৰ পোৱা নাযায়। কিন্তু অসংখ্য আপেল সৰা কথাটো যেতিয়াই এটা আকৰ্ষণ তত্ত্বৰ ওচৰত আহি ৰয়, তেতিয়াই বুদ্ধিয়ে সন্তুষ্ট হৈ কয়—ঠিক্ হৈছে। এয়া হ'ল আপেল সৰাৰ সত্য। মানুহৰ সত্য ক'ত? চেন্সাচ্ বিপৰ্টত। এক, দুই, তিনি, চাৰি, পাঁচত? মানুহৰ স্বৰূপ জানো অন্তহীন সংখ্যাত?

সেইটো নহয়। এই প্ৰকাশৰ তত্ত্ব উপনিষদে কৈছে—

যস্তু সৰ্ব্বানি ভূতানি আত্মন্যেৱানু পশ্যতি।
সৰ্ব্বভূতেষু চাত্মানং ন ততো ৱিজুগুপ্সতে॥

যি জনে সকলো প্ৰাণীক নিজৰ দৰেই দেখে আৰু আত্মাক সকলো প্ৰাণীৰ মাজত দেখে, তেওঁ লুকাই নাথাকে। নিজকে নিজত সি বদ্ধ কৰে, সি লুপ্ত হৈ থাকে; নিজক সকলোৰে মাজত যি উপলব্ধি কৰে তেৱেঁই হয় প্ৰকাশিত। মনুষ্যত্বৰ প্ৰকাশ আৰু প্ৰচ্ছন্নতাৰ এক ডাঙৰ উদাহৰণ ইতিহাসত আছে। বুদ্ধদেৱে মৈত্ৰী বুদ্ধিৰে সকলো মানুহক একে দেখিছিল; বুদ্ধৰ ঐক্যতত্ত্বই চীনক অমৃত দান কৰিছিল। কিন্তু যি বণিক লোভৰ প্ৰেৰণাত চীনলৈ আহিল, এই একতত্ত্বক সি নামানিলে, সি অকুণ্ঠচিত্তে চীনক মৃত্যু দান কৰিছে, বন্দুকটোৱাই ঠেলি ঠেলি কানি খুৱাইছে। মানুহ কিহত প্ৰকাশ পায় আৰু কিহত প্ৰসন্ন হয়, ইয়াতকৈ স্পষ্ট ভাৱে ইতিহাসত আৰু কেতিয়াও দেখা হোৱা নাই।

আত্মিক সাধনাৰ এটা অঙ্গ হৈছে জড় বিশ্বৰ অত্যাচাৰৰপৰা আত্মাক মুক্ত কৰা। পশ্চিম মহাদেশৰ লোকসকলে সেইফালটোৰ সাধনাৰ ভাৰ লৈছে। এইটোৱেই হৈছে সাধনাৰ এটাইতকৈ তলৰ চাপ, কিন্তু ইয়াক পকা কৰিব নোৱাৰিলে, অধিকাংশ মানুহৰ অধিকাংশ শক্তিয়েই পেটৰ বাবে জড়ৰ গোলামি কৰাতে ব্যস্ত থাকিব। পশ্চিম দেশে সেইবাবেই হাতৰ আস্তিন কোচাই খন্তি-কোৰ লৈ মাটিত এনেকৈ মূৰ পুতি লাগিছে যে ওপৰৰ ফালে মূৰ তোলাৰ সুযোগ নাই বুলিবই পাৰি। এই পকা ভেটিৰ ওপৰৰ ফালে কেৱা মহলীয়া ঘৰ যেতিয়া উঠিব, তেতিয়াই পোহৰ আৰু বতাহৰ যিবিলাক ভক্ত, তেওঁলোকৰ ঘৰ হ'ব বাধাহীন। তত্ত্বজ্ঞানৰ ক্ষেত্ৰত আমাৰ জ্ঞানীসকলে কৈছে—নজনাই বন্ধনৰ কাৰণ, জনাতেই মুক্তি; বস্তু বিশ্বতো সেই একেই কথা। ইয়াৰ নিয়মতত্ত্ব যি নাজানে সি বদ্ধ হয়, যি জানে সিয়েই মুক্তি লাভ কৰে। সেইবাবে বিষয় ৰাজ্যত আমি যি বাহিৰা বন্ধন কল্পনা কৰোঁ, সিও মায়া; এই মায়াৰপৰা নিষ্কৃতি দিয়ে বিজ্ঞানে। পশ্চিম মহাদেশে বাহিৰৰ বিশ্বত মুক্তিৰ সাধনা কৰিছে; সেই সাধনাই ক্ষুধা-তৃষ্ণা, শীত-গ্ৰীষ্ম, ৰোগ-দৈন্যৰ মূল বিচাৰি সেই ঠাইতে আঘাত কৰিছে,



ইয়েই হৈছে মৃত্যুৰ হাতৰপৰা মানুহক ৰক্ষা কৰাৰ চেষ্টা। পূৰ্ব্ব মহাদেশে অন্তৰাত্মাৰ যি সাধনা কৰিছে, সি হৈছে অমৃতৰ অধিকাৰ লাভৰ উপায়। গতিকে পূব-পশ্চিমৰ চিত্ত যদি বিচ্ছিন্ন হয়, তেনেহলে দুয়ো ব্যৰ্থ হব; সেই বাবেই পূব-পশ্চিমৰ মিলন মন্ত্ৰ উপনিষদে দি গৈছে। কৈছে—

বিদ্যাং চাবিদ্যাং চ যস্তদ্বেদো ভয়ং সহ।
অবিদ্যয়া মৃত্যুং তীৰ্ত্বা বিদ্যয়া মৃতমশ্নুতে॥

যৎ কিঞ্চ জগত্যাং জগৎ—ইয়াতে বিজ্ঞানৰ আৱশ্যক। ঈশাবাস্যমিদং সৰ্ব্বং—ইয়াত তত্ত্ব জ্ঞানৰ আৱশ্যক। এই দুয়োৰে মিলনৰ কথা ঋষিয়ে কৈছে। এই মিলনৰ অভাৱত পূৰ্ব্বদেশ দৈন্য পীড়িত আৰু নিৰ্জ্জীৱ; আৰু এই মিলনৰ অভাৱত পশ্চিম অশান্তিৰ দ্বাৰা ক্ষুব্ধ; সেই দেশ নিৰানন্দ।

এই ঐক্যতত্ত্ব সম্বন্ধে মোৰ কথা ভুল বুজাৰ আশঙ্কা আছে। গতিকে যিটো কথাৰ আগতে আভাস হে দিয়া হৈছে, সেইকথা স্পষ্টকৈ কোৱা ভাল। একাকাৰ হোৱাই একহোৱা নহয়। যিবিলাক স্বতন্ত্ৰ, সেইবিলাকেই এক হব পাৰে। পৃথিবীত যিবিলাকে অন্য জাতিৰ স্বতন্ত্ৰ হৰণ কৰে, সিহঁতেই সকলো জাতিৰ ঐক্য লোপ কৰে। ইম্পিৰিয়েলিজিম হৈছে অজগৰ সাপৰ ঐক্য নীতি; গিলিপেলোৱাকে সি ঐক্য সাধন বুলি প্ৰচাৰ কৰে। আগতে মই কৈছোঁ—আধিভৌতিকক যদি আধ্যাত্মিকে আত্মসাৎ কৰি পেলায় তেনেহলে, সেইটোক সমন্বয় বুলিব নোৱাৰি, পৰস্পৰ নিজ নিজ ক্ষেত্ৰত স্বতন্ত্ৰভাৱে থাকিলেহে সমন্বয় সত্য হয়। তেনেকৈ মানুহ য'ত এক তাতেই মানুহৰ প্ৰকৃত ঐক্য পোৱা যায়।

প্ৰকৃত স্বাতন্ত্ৰ্যৰ ওপৰতহে প্ৰকৃত ঐক্যৰ প্ৰতিষ্ঠা হয়। যি সকল নৱযুগৰ সাধক ঐক্যৰ সাধনাৰ বাবেই তেওঁলোকে স্বতন্ত্ৰৰ সাধনা কৰিব লাগিব। এনে কৰোঁতে তেওলোকে মনত ৰাখিব লাগিব, এই সাধনাত জাতি বিশেষৰ মুক্তি নহয়, নিখিল মানবৰ মুক্তি।

যিবিলাকে আনকো নিজৰ দৰেই জানিছে, ন ততো বিজুগুপ্সতে, তেওঁলোকেই প্ৰকাশ পাইছে। মানুহৰ সমগ্ৰ ইতিহাসেই জানো এই তত্ত্বৰ নিৰন্তৰ অভিব্যক্তি নহয়; ইতিহাসৰ আৰম্ভনিতে দেখা যায়, মানুহৰ দল পৰ্ব্বত সমুদ্ৰৰ এটা এটা বেৰাৰ ভিতৰত একত্ৰ হৈছে। মানুহে যেতিয়া

একত্ৰ হয় তেতিয়া যদি এক হব নোৱাৰে তেনেহলে মানুহ সত্যৰপৰা বঞ্চিত হয়। একত্ৰ মানুহৰ দলৰ ভিতৰত যিবিলাকে যদুবংশৰ মাতাল বীৰ সকলবদৰে কেৱল কটাকটি কৰিছিল, কোনেও কাকো বিশ্বাস কৰা নাছিল, পৰস্পৰক বঞ্চিত কৰিব খুজিছিল, সিহঁত কোনোৱা কালতে লোপ পাইছে—আৰু যিসকলে এক আত্মাক নিজৰ সকলোৰে মাজতে উপলব্ধি কৰিবলৈ যত্ন কৰিছিল, তেওঁলোকেই মহাজাতি ৰূপে প্ৰকাশ পাইছে।

বিজ্ঞানৰ অনুগ্ৰহত আজি জল স্থল আকাশত ইমান বাট হৈছে, ইমান যান চলিছে যে ভূগোলৰ সীমা আজি কোনো সীমাই নহয়। আজি কেৱল নানা ব্যক্তিয়েই নহয়, নানাজাতি আহি একে লগ হৈছে, গতিকে সত্যৰ সমস্যাও ডাঙৰ হৈ দেখা দিছে। বৈজ্ঞানিক শক্তিয়ে যিবিলাক একত্ৰ কৰিছে, তেওঁলোকক এক কৰিব কোনে? মানুহৰ যদি সংযোগ হয়, সি ভালেই নহলে দুৰ্য্যোগ। সেই মহা দুৰ্য্যোগ আজি ঘটিছে। একত্ৰ হোৱাৰ বাহ্য শক্তি হু হু কৰি আগবাঢ়ি গৈছে, এক কৰাৰ আন্তৰিক শক্তিহে পিছ পৰি ৰৈছে।

আজি জাতিয়ে জাতিয়ে লগ লাগিছে, কিন্তু মিল হোৱা নাই। ইয়াৰ বিষম বেদনাত সমস্ত পৃথিবী পীড়িত। ইমান দুখতো দুখৰ প্ৰতিকাৰ নহয় কিয়? তাৰ কাৰণ এই যে গণ্ডীৰ ভিতৰত যিবিলাকে এক হবলৈ শিকিছিল, গণ্ডীৰ বাহিৰত তেওঁলোকে এক হবলৈ শিকা নাই।

মানুহে সাময়িক আৰু স্থানিক কাৰণৰ বাবে গণ্ডীৰ ভিতৰত সত্যক পায় বাবেই, সত্যৰ পূজা এৰি, গণ্ডীৰ পূজাত ধৰে। দেৱতাতকৈ পাণ্ডাক মানে। ৰজাক পাহৰে, কিন্তু দাৰোগাক কোনোমতে পাহাৰিব নোৱাৰে।

পৃথিবীত নেশ্যনে গঢ় ললে সত্যৰ প্ৰভাৱত, কিন্তু নেশ্যনেলিজিম্ সত্য নহয়, অথচ সেই জাতীয়-গণ্ডী-দেৱতাৰ পূজাৰ অনুষ্ঠানত চাৰিওফালৰপৰা নৰ-বলিৰ যোগান চলিবলৈ ধৰিলে। যেতিয়ালৈকে বিদেশী বলি পোৱা গৈছিল, তেতিয়ালৈকে কোনো কথা নাছিল। হঠাৎ ১৯১৪ খৃষ্টাব্দত পৰস্পৰক বলি দিবলৈ স্বয়ং যজমানসকলৰ মাজত টনা-আজোৰা লাগিল। তেতিয়াৰপৰা এওঁলোকৰ মনত সন্দেহে দেখা দিলে "ইয়াকেই ইষ্ট দেৱতা বোলেনে? ই যে ঘৰ-পৰ একো বাচ-বিচাৰ নকৰে।" ই যেতিয়া এদিন পূবদেশৰ অঙ্গ-



প্ৰত্যঙ্গৰ কোমল অংশ বাচি বাচি তাত দাঁত বহুৱাইছিল আৰু "ভিক্ষু যথা ইক্ষু খায়, ধৰি ধৰি চোবায় সমস্ত"—তেতিয়া মহাপ্ৰসাদৰ ভোজত খুব আমোদ হৈছিল আৰু মদমত্ততাৰো শেষ নাছিল। আজি মূৰত হাত দি এওঁলোকৰ কোনোৱে ভাবিছে, এওঁৰ পূজা আমাৰ বংশত সহ্য নহয়। যুদ্ধ যেতিয়া পূৰ্ণমাত্ৰাই চলিছিল, তেতিয়া অনেকেই ভাবিছিল যুদ্ধ শেষ হলেই সকলো অকল্যাণ দূৰ হব। যেতিয়া যুদ্ধ শেষ হ'ল তেতিয়া দেখা গ'ল, ঘুৰি-পাকি সেই যুদ্ধই আহিছে সন্ধিপত্ৰৰ মুখা পিন্ধি। কিষ্কিন্ধ্যা কাণ্ডত যাৰ প্ৰকাণ্ড নেজডাল দেখি বিশ্বব্ৰহ্মাণ্ডও শিঁয়ৰি উঠিছিল, আজি লঙ্কাকাণ্ডৰ আদিতে দেখা গৈছে, সেই নেজডালৰ ওপৰত সন্ধি পত্ৰৰ স্নেহসিক্ত কাগজ তৰপে তৰপে মেৰোৱা হৈছে, বুজা গৈছে যে ইয়াত যেতিয়া জুই লাগিব, কাৰো ঘৰ আৰু বাকী নাথাকে, পশ্চিমৰ মনীষীসকলে ভয় খাই কৈছে যে যি দুৰ্ব্বুদ্ধিৰপৰা দুৰ্ঘটনাৰ উৎপত্তি, ইমান খিনি হৈ যোৱাৰ পিছতো তাৰ নাড়ী যথেষ্ট সতেজ হৈ আছে। এই দুৰ্ব্বুদ্ধিৰ নামেই নেশ্যনেলিজিম, দেশৰ সাৰ্ব্বজনীন আত্মম্ভৰিতা। ই হ'ল ৰিপু, ঐক্য তত্ত্বৰ ওলোটা ফালে, অৰ্থাৎ নিজৰ ফালেই ইহঁতৰ আকৰ্ষণ বেচি। কিন্তু বিভিন্ন জাতি লগ লাগি আজি এক হৈছে, এই কথাটো যেনেকৈ অস্বীকাৰ কৰিবৰ উপায় নাই, ইমান ডাঙৰ সত্যৰ ওপৰত যেতিয়া কোনো এটা মাত্ৰ প্ৰৱল জাতিয়ে নিজৰ সাম্ৰাজ্য-ৰথ চলাই চকাৰ তলত ইয়াক ধূলি কৰি দিব নোৱাৰে, তেতিয়া ইয়াৰ সৈতে সত্য ব্যৱহাৰ কৰিবই লাগিব।

বৰ্ত্তমান যুগৰ সাধনাৰ সৈতে বৰ্ত্তমান যুগৰ শিক্ষাৰ সঙ্গতি হোৱা উচিত। স্বজাত্যৰ অহমিকাৰপৰা মুক্তিদান কৰাৰ শিক্ষাই, আজি প্ৰধান শিক্ষা কিয়নো কাইলৈৰ ইতিহাসে সৰ্ব্বজাতিৰ সহযোগিতাৰ অধ্যায় আৰম্ভ কৰিব। যিবিলাক ৰিপু, যিবিলাক চিন্তাৰ অভ্যাস আৰু আচৰ পদ্ধতি ইয়াৰ প্ৰতিকূল সিয়েই কাইলৈ আমাক অযোগ্য কৰি তুলিব। স্বদেশৰ গৌৰৱৰ মনোভাৱ, মোৰ মনত আছে, কিন্তু মই একান্ত আগ্ৰহেৰে ইচ্ছা কৰোঁ যে সেই ভাৱে যেন কেতিয়াও মোক এই কথা নাপাহৰায় যে, এদিন আমাৰ দেশত সাধক-সকলে যি মন্ত্ৰ প্ৰচাৰ কৰিছিল, সি হৈছে ভেদ বুদ্ধি দূৰ কৰাৰ মন্ত্ৰ। শুনিবলৈ পাওঁ যে সাগৰৰ সিপাৰৰ মানুহে আজি নিজকে এই প্ৰশ্ন সুধিছে,

—"আমাৰ কি শিক্ষাত, কোন চিন্তাত, কোন কামৰ মাজত মোহ লুকাই আছিল, যি কাৰণে আজি আমাৰ এনে নিদাৰুণ শোক"। তাৰ উত্তৰ আমাৰ দেশৰপৰা দেশ-দেশান্তৰলৈ বিয়পি পৰক যে—"তোমালোকে মানুহৰ একত্বৰ সাধনাৰপৰা দূৰ কৰি ৰাখিছিলা, সেয়ে মোহ আৰু তাৰ পৰাই শোক"।

যস্মিন্ সৰ্ব্বানি ভূতানি আত্মৈবাভূদ্ বিজানতঃ।
তত্ৰ কো মোহঃ কঃ শোক একত্বমনুপশ্যতঃ॥

আমি শুনিবলৈ পাইছোঁ সমুদ্ৰৰ সিপাৰে মানুহে ব্যাকুল হৈ কৈছে—"শান্তি লাগে"। এইকথা তেওঁলোকক জনাব লাগিব যে তাতে শান্তি য'তে মঙ্গল, তাতে মঙ্গল য'ত আছে ঐক্য।

এই কাৰণেই পিতামহ সকলে কৈছে—"শান্তং শিৱ সদ্বৈতম্"। অদ্বৈতই শান্ত, কিয়নো অদ্বৈতই শিৱ। স্বদেশৰ গৌৰৱ ভাৱনা ( বুদ্ধি ) মোৰ মনত আছে। সেই কাৰণে এই সম্ভাৱনাৰ কল্পনাতো মোৰ লাজ লাগে যে অতীত যুগৰ যি আবৰ্জ্জনা ভাৰ গুচাই পোলোৱাৰ বাবে আজি ৰুদ্ৰদেৱতাৰ হুকুম আহিছে আৰু পশ্চিমৰ দেশবিলাকে সেই হুকুম জগতত আৰম্ভ কৰিছে, আমিও কিজানি স্বদেশত সেই আবৰ্জ্জনাৰ পাঠ কৰি আজি যুগান্তৰৰ প্ৰত্যুষতো তামসী পূজা বিধিৰ দ্বাৰা তাৰে অৰ্চ্চনা কৰাৰ আয়োজন কৰোঁ। যি শান্ত, যি শিৱ, যিসকলো জাতিৰ মানুহৰ পৰমাশ্ৰয় অদ্বৈত, তেওঁৰ ধ্যানমন্ত্ৰ কি আমাৰ ঘৰত নাই। সেই ধ্যানমন্ত্ৰৰ সহযোগত জানো নৱযুগৰ প্ৰথম প্ৰভাত ৰশ্মি মানুহৰ মনত সনাতন সত্যৰ উদ্বোধন নকৰিব।

এই কাৰণেই আমাৰ দেশৰ বিদ্যানিকেতনক পূৱ-পশ্চিমৰ মিলন নিকেতন কৰিব লাগিব—এয়ে মোৰ অন্তৰৰ কামনা। বিষয়-লাভৰ ক্ষেত্ৰত মানুহৰ বিৰোধ নিমিটে, সহজে মিটিবও নোখোজে। সত্য-লাভৰ ক্ষেত্ৰত মিলনৰ বাধা নাই। যি গৃহস্থই কেৱল নিজৰ পৰিয়ালক লৈয়েই থাকে, আতিথ্য কৰিবলৈ যাৰ কৃপণতা, তেওঁ দীনাত্মা। কেৱল গৃহস্থৰে নহয়, প্ৰত্যেক দেশৰে কেৱল নিজৰ ভোজনশালা লৈ থাকিলেই নচলে, অতিথি-শালাও লাগিব, য'ত সংসাৰক অভ্যৰ্থনা কৰি ধন্য হব পাৰি। শিক্ষাক্ষেত্ৰই দেশৰ প্ৰধান অতিথিশালা। দুৰ্ভাগা ভাৰতৱৰ্ষত বৰ্ত্তমান কালত শিক্ষাৰ য'ত চৰকাৰী ব্যৱস্থা আছে, তাৰ পোন্ধৰ অনাই লোকৰ ওচৰত বিদ্যাভিক্ষাৰ



ব্যৱস্থা। ভিক্ষাৰ বৃত্তি, আতিথ্য কৰা নহয় বুলি তাৰ লাজো নালাগে। সেই কাৰণেই বিশ্বৰ আতিথ্য নকৰা বুলি ভাৰতীয় শিক্ষালয়ৰ লাজ নাই। শিক্ষাই কয় "মই ভিক্ষাৰী, মোৰ ওচৰত কাৰো আতিথ্যৰ প্ৰত্যাশা নাই"। কোনে কলে নাই? মইতো সদায় শুনিছোঁ, পশ্চিমৰ দেশে সদায় সুধিব লাগিছে—"ভাৰতৰ বাণী ক'ত?" তাৰ পিছত পশ্চিমৰ দেশে যেতিয়া আহি আধুনিক ভাৰতৰ দুৱাৰত কাণ পাতে, তেতিয়া কয়—"এয়াতো আমাৰ বাণীৰে ক্ষীণ প্ৰতিধ্বনি, ব্যঙ্গ যেন হে লাগিছে, "সেইবাবেই দেখা যায় আধুনিক ভাৰতে যেতিয়া মোক্ষমুলাৰৰ ( মেক্সমুলাৰ ) পাঠশালাৰপৰা ওলাই আহি আৰ্য্য সভ্যতাৰ দম্ভ কৰেহি, তেতিয়া তাৰ মাজত পশ্চিম "গড়ৰ বাদ্যৰ কড়িমধ্যম" লাগে, আৰু পশ্চিমক যেতিয়া প্ৰৱলভাৱে ধিক্কাৰ দি প্ৰত্যাখ্যান কৰে, তেতিয়াও তাৰ মাজত পশ্চিমৰ প্ৰতি অনুৰাগৰ সপ্ততাৰৰ সুৰ তীব্ৰ ভাৱে বাজে। মোৰ প্ৰাৰ্থনা এয়ে যে ভাৰতে আজি সমস্ত ভূ-ভাগৰ হৈ সত্য সাধনাৰ অতিথিশালা প্ৰতিষ্ঠা কৰক। ভাৰতৰ ধনসম্পদ নাই কিন্তু সাধন-সম্পদ আছে। সেই সম্পদৰ বলেৰে ভাৰতে বিশ্বক নিয়ন্ত্ৰণ কৰিব আৰু তাৰ সলনি ভাৰতে বিশ্বৰ সকলোতে নিয়ন্ত্ৰণৰ অধিকাৰ পাব। বাহিৰত নহয়, বিশ্বৰ বৰ ঘৰত ভাৰতৰ আসন নিৰ্দ্দিষ্ট হব। কিন্তু মই কওঁ এই মান-সন্মানৰ কথা, ইয়ো বাহিৰৰ, ইয়াকো উপেক্ষা কৰিব পাৰি। এইটোৱেই কবলগীয়া কথা যে, সত্য অন্তৰৰ উপলব্ধি হব লাগে, সত্য বাহিৰত প্ৰকাশ হব লাগে—কোনো সুবিধাৰ বাবে নহয়, সন্মানৰ বাবে নহয়, মানুহৰ আত্মাক প্ৰচ্ছন্নতাৰপৰা মুক্তি দিবৰ বাবে।

মানুহৰ এই প্ৰকাশতত্ত্বটো আমাৰ শিক্ষাৰ মাজেদি প্ৰচাৰ কৰিব লাগিব, কামৰ মাজত প্ৰচলিত কৰিব লাগিব, তেতিয়া হলেই সকলো মানুহক সন্মান কৰি আমি সন্মানিত হব পাৰিম,—নৱযুগৰ উদ্বোধন কৰি আমি জৰা-মুক্ত হম। আমাৰ শিক্ষালয়ৰ সেই শিক্ষা মন্ত্ৰটি হ'ল—

যস্তু সৰ্ব্বাণি ভূতানি আত্মন্যেবানুপশ্যতি
সৰ্ব্বভূতেষু চাত্মানং ন ততো বিজুগুপ্সতে।

---

# অহিংসাৰ প্ৰকৃতি আৰু ক্ষেত্ৰ

[ ৰাজেন্দ্ৰপ্ৰসাদৰ চিন্তাশীলতাৰ পৰিচয় তেওঁৰ ভাষণবোৰত বঢ়িয়াকৈ ফুটি ওলায়। বৰ্ত্তমান ভাষণ ১৯৫৩ চনৰ ১৭ জানুৱাৰী তাৰিখে গান্ধীবাদী কৌশল সম্বন্ধে অনুষ্ঠিত এক চেমিনাৰত দিয়া হৈছিল ]

আপোনালোকৰ অনুমতি লৈ মই বহিয়েই কথা কব খুজিছোঁ। এই বাবে আপোনালোকে মোৰ নম্ৰতাৰ অভাৱ বুলি যেন ধৰি নলয়। মোৰ শাৰীৰিক দুৰ্ব্বলতাৰ বাবেহে এইকণ ৰেহাই দিব বুলি আশা কৰিছোঁ।

কালি যেতিয়া মই এই আলোচনা চক্ৰৰ খ্যাতি সম্পন্ন সভ্যমণ্ডলীক প্ৰথমে লগ পোৱাৰ সুবিধা পাওঁ; তেতিয়া মোৰ নিজৰ মনতে ধেমালীৰ সুৰত এটা প্ৰশ্নৰ উদয় হৈছিল: মইনো আজি কি কম বুলি আপোনা-লোকে ভাবিছে। কিন্তু সেই প্ৰশ্নৰ অন্তৰালত কিছু গভীৰতাও নোহোৱা নহয়, কাৰণ মইনো কি কম এই বিষয়ে মই অলপ অসুবিধাতেই পৰিছোঁ। গান্ধীজীৰ লগত গোটেই জীৱন সহকৰ্ম্মী হিচাপে থকা কিছু লোকৰ সম্পৰ্কত আহিবলৈ আৰু সবিশেষ আলোচনা কৰিবলৈ আপোনালোকে সুবিধা পাইছে। তেখেতৰ জীৱন, তেখেতৰ কৰ্ম্ম, তেখেতৰ মূলনীতি আৰু কাৰ্য্য প্ৰণালী এইবিলাক বিষয়ে লোকসকলে যি কৱলগীয়া কথা কৈছে সেইবিলাক আপোনালোকে শুনিছে; সেই গতিকে মোৰ শঙ্কা হৈছে যে তেওঁলোকে কোৱা কথাখিনি নজনাকৈয়ে মই অজ্ঞ ভাৱে কোৱা কথাবোৰ খাপ নোখোৱা অ'ৰ ত'ৰ কথা যেন হব পাৰে; বা আপোনালোকে শুনা কথাকে মাত্ৰ মই দোহাৰি কোৱা যেনও হব পাৰে। কিন্তু মই অনুভৱ কৰিছোঁ যে গান্ধীজী, তেখেতৰ শিক্ষা, তেখেতৰ দৰ্শন, তেখেতৰ জীৱন—এই সকলোবোৰৰে বহুত দিশ আছে আৰু আমি যিবিলাকে তেখেতৰ সংস্পৰ্শত আহিবলৈ সুবিধা পাইছিলোঁ, আমিও তেখেতৰ বিশাল শিক্ষাৰ সম্পূৰ্ণ জ্ঞান লাভ কৰিবলৈ সদায় সক্ষম হব পৰা নাই। আমি প্ৰায়ে ব্যক্তিগত ভাৱে আমাৰ সম্পৰ্কলৈ অহা কোনো এটা বিশেষ বিষয়তে বুৰ গৈ থাকোঁ।



বিভিন্ন প্ৰকাৰ কামৰ কাৰণে লোক নিৰ্ব্বাচনৰ বাবে গান্ধীজীৰ এক চাতুৰ্য্য আছিল আৰু প্ৰত্যেককে তেওঁ নিজৰ প্ৰতিভা, শিক্ষা, সামৰ্থ্য আৰু পাৰিপাৰ্শিকতা অনুযায়ী কৰ্ত্তব্য ভগাই দিছিল।

সেইবাবে তেখেতৰ সম্পূৰ্ণ শিক্ষাৰ অন্তনিহিত মূলনীতি আৰু সাধাৰণ পটভূমি গ্ৰহণ কৰোঁতে এটা লুটিত বেচি গুৰুত্ব দি আনবিলাক লুটিলৈ অৱহেলা কৰি আমি আমাৰ দৃষ্টিভঙ্গী সীমাবদ্ধ কৰি পেলাওঁ। এইকথা কবলৈ যাওঁতে মই কাকো নিন্দা কৰিব খোজা নাই, কাৰণ কোনো সময়ত আমি কোনো কথাৰ বিশেষ দিশৰ প্ৰতি বৰকৈ আকৃষ্ট হৈ পৰোঁ। এই অহিংসা সম্বন্ধে কবলৈ আনতকৈ মোৰ অলপ বেচি সুবিধা আছে; কিয়নো মই এইকথা স্পষ্টকৈ কব পাৰিম আৰু গান্ধীজী কিহৰ প্ৰতীক আছিল বা তেওঁ জীৱনত কি প্ৰচাৰ কৰি গ'ল তাৰো এখনি বহল ছবি আপোনালোকৰ আগত ডাঙি ধৰিব পাৰিম। গান্ধীজীয়ে স্থাপনকৰা অসংখ্য অনুষ্ঠানৰ কথা স্মৰণ কৰিলেই মই কোৱা কথাষাৰৰ অৰ্থ আপোনালোকে হৃদয়ঙ্গম কৰিব পাৰিব। এই প্ৰতিটি অনুষ্ঠানেই তেখেতৰ শিক্ষাৰ একোটি নিৰ্দ্দিষ্ট দিশক লৈ ব্যাপৃত আছে। আমি পাইছোঁ—শিপিনী সঙ্ঘ, গ্ৰামোদ্যোগ সঙ্ঘ, তালিমী সঙ্ঘ আৰু সৰ্বো শেষত ভাৰতীয় জাতীয় কংগ্ৰেচ। যদিও গান্ধীজী ইয়াৰ পটভূমিত অৱতীৰ্ণ হোৱাৰ বহু বছৰ আগৰে পৰাই এই অনুষ্ঠানটো আছিল; তেখেতে ইয়াক পুনৰ্গঠন কৰিলে, নতুন জীৱন দিলে, আৰু শক্তি দিলে তাৰোপৰি, ইয়াক নতুন ৰূপ দি বিশাল আকাৰত পৰিণত কৰিলে। এইসকলোবোৰ বিভিন্ন অনুষ্ঠানৰ প্ৰত্যেকেই একোটা নিৰ্দ্দিষ্ট বিষয়ত আত্মনিয়োগ কৰিছে। মই অৱশ্যে সকলোবোৰ অনুষ্ঠানৰ নাম উল্লেখ কৰা নাই। গান্ধীজীয়ে নিজেই এইবিলাকৰ কাৰ্য্যৰ সমন্বয় সাধন কৰিছিল আৰু সেইবোৰৰ মাজৰ যোগসূত্ৰ হিচাপে কাম কৰিছিল।

অধ্যয়নত ৰত থাকি জীৱনৰ এক দৰ্শন উলিয়াই তাক আনে অধ্যয়ন কৰি কামত লগাব পৰাকৈ দি থৈ যোৱা এক কাৰ্য্যক্ৰম উদ্ভাৱক অৰ্থত গান্ধীজী দাৰ্শনিক বা চিন্তানায়ক নাছিল। তেখেতৰ আছিল জীৱন ব্যাপি সাৱটি ধৰি থকা কিছুমান মূলগত নীতি; কিন্তু তাৰ বাবে প্ৰত্যেকটো সমস্যা যেতিয়াই যি ভাৱে উদ্ভৱ হয়। সেই ভাবেই তাক তেখেতে নিজ

বৈশিষ্ট্য পূৰ্ণ উপায়েৰে সমাধান কৰিছিল। ভাৰতীয় জীৱনৰ এনে এটা অংশ নাই য'ত তেখেতৰ স্পৰ্শ লগা নাই ; যাক তেখেতে প্ৰভাবান্বিত কৰা নাই বা য'ত তেখেতে বৰঙনি যোগোৱা নাই। সেই প্ৰণালীৰে তেখেতে এনে এখন সমাজৰ সম্পূৰ্ণ ছবি দাঙ্গি ধৰিছিল যিখন ছবি জীৱনৰ বাস্তৱ অভিজ্ঞতাৰপৰা জন্ম হোৱা। কোনো অধ্যয়নৰ ফল স্বৰূপ বা অবাস্তৱ চিন্তা প্ৰসূত নহয়।

মোৰ ইয়ালৈ অহাত আন এটা অসুবিধা আছিল। সেইটো এক প্ৰকাৰে ব্যক্তিগত বুলি ধৰিব পাৰি ; কিন্তু হলেও সম্পূৰ্ণ ব্যক্তিগতও নহয়।

মহাসমৰ শেষ হোৱাৰ পিচত গান্ধীজীৰ নাম অহিংসাৰ সৈতে জড়িত হয় ; কিন্তু এই সম্মেলনত বক্তৃতা দিবলৈ মই এক প্ৰকাৰ অসামঞ্জস্য অনুভৱ কৰিছোঁ। যিখন দেশে যুদ্ধ কৰা নাই, যিখন দেশ হিংসা ত্যাগ কৰিবলৈ শপথ গ্ৰহণ কৰিব পৰা নাই, যিখন দেশে এতিয়াও সমৰ বাহিনী পোষণ কৰিছে, মই তেনে এখন দেশৰ মুৰব্বি বুলি পৰিগণিত। সিমানেই নহয়, সেইখন দেশে গান্ধীজীৰ অৰ্থনৈতিক কাৰ্য্যসূচী গ্ৰহণ কৰা নাই আৰু কাৰ্য্যত পৰিণত কৰিবলৈকো যত্ন কৰা নাই।

গান্ধীজীয়ে কি কৰিছিল বা কৰিব খুজিছিল এইকথা জানিবলৈ দূৰ দেশৰপৰা অহা আপোনালোক ভদ্ৰমণ্ডলীক সেইখন দেশৰ মুৰব্বী হৈ সম্বোধন কৰিবলৈ মোৰ কি অধিকাৰ আছে? কিন্তু মই পুনৰ ভাবোঁ যে গান্ধীজীয়ে সম্পাদন কৰা কাৰ্য্যৰপৰা যিদৰে আপনালোকে অনুপ্ৰেৰণা পাব পাৰে ; সেইদৰে তেখেতে কৰিবলৈ যত্নপৰ হৈ অসম্পূৰ্ণ-কৈ এৰা কাৰ্য্যাৱলীৰপৰাও পথ নিৰ্দ্দেশৰ সহায় পাব পাৰে। আপোনা-লোকে আমাৰ কৃতকাৰ্য্যতাৰপৰা কিছু উপদেশ গ্ৰহণ কৰিব পাৰে ; কিন্তু বোধ-কৰোঁ আমাৰ অকৃতকাৰ্য্যতাখিনিৰপৰা তাতকৈও বেচিহে লাভবান হব পাৰিব। মই ভাবিছোঁ, আন কৰিব নোৱাৰিলেও মই এই ফালটোলৈ আপোনালোকৰ মনোযোগ আকৰ্ষণ কৰিব পাৰোঁ আৰু আপোনালোকেও সম্ভৱ ইয়াৰ সদ্ব্যৱহাৰ কৰিব পাৰে।

গান্ধীজীয়ে এইকথা বিশ্বাস কৰিছিল যে অহিংসা প্ৰবৰ্ত্তনৰ ক্ষেত্ৰত



বাধা স্বৰূপ হোৱা হিংসাৰ কাৰণবিলাক যেতিয়ালৈকে নিৰ্ম্মূল কৰা নেযায় তেতিয়ালৈকে অহিংসাৰ প্ৰৱৰ্ত্তন আৰু হিংসাৰ অৱসান ঘটাব নোৱাৰি। আমি জানো যে এই জগতত যিমানবোৰ সংঘাতৰ উদ্ভৱ হয়, এইবোৰৰ কাৰণ হৈছে ব্যক্তি বিশেষৰ বিৰোধমূলক আকাজ্ক্ষা আৰু এই আকাজ্ক্ষা বিলাক কিছু পৰিমাণে বৈষয়িক ; কিছু পৰিমাণে বাহিক আৰু কিছুমান সকলোৱে বিচাৰে যদিও পাব নোৱাৰা বা ভগাই লব নোৱাৰা বিধৰ।

শুনাত আচৰিত যেন লাগিলেও আচলতে এইটো সঁচা যে গান্ধীজীয়ে আমাৰ জন সাধাৰণৰ দাৰিদ্ৰ্য নিবাৰণ কৰাটোকে তেখেতৰ কাৰ্য্যকৰী আঁচনিৰ এক মূল সোপান বুলি ধৰি লৈছিল। কিন্তু মোৰ বিচাৰত সেই একেদৰেই আকৌ তেখেত অনিৰ্দ্দিষ্ট অনিশ্চিত আৰু সীমা নৰন্ধাকৈ বঢ়াই নি থকা জীৱন ধাৰণৰ পৰনিৰ্ভৰশীল মানদণ্ডৰ প্ৰতিও মুঠেই আকৃষ্ট নাছিল। আমি আমাৰ জীৱন-ধাৰণৰ আৱশ্যকীয় আহিলাখিনি পোৱাটো যিদৰে তেখেতে বিচাৰিছিল সেইদৰে তেখেতে অনুভৱ কৰিছিল যাতে কোনেও আৱশ্যকীয় খিনিতকৈ বেচি পাব নোৱাৰে। এই আৱশ্যকীয় খিনি ব্যক্তিয়ে নিজে নিৰ্দ্ধাৰণ কৰিব নালাগে, আন কিছুমান বিবেচনাৰ দ্বাৰাহে ই স্থিৰ হব লাগে।

এই বিবেচনাবিলাকৰ এটা হৈছে যে এজনৰ কাৰণে যিটো আৱশ্যক আনৰ কাৰণেও সেইটো আৱশ্যক হবই। সেইবাবে যেতিয়ালৈকে সকলোৱে পাব পৰাকৈ এটা বস্তু যথেষ্ট পৰিমাণৰ নহয়, তেতিয়ালৈকে সকলোৰে কাৰণে ইয়াক আৱশ্যকীয় বুলি ধৰিব নোৱাৰি। আন কথাত কবলৈ গলে গান্ধীজীয়ে আমাৰ দৈহিক আৰু বাস্তৱ আৱশ্যকতাবিলাকৰ সীমাবদ্ধতাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। আকৌ তেখেতে অনুভৱ কৰিছিল যে যিখন সমাজৰ ভিত্তি প্ৰধানতঃ মানুহৰ অভাৱবিলাক বহলাই যোৱা আকাজ্ক্ষাৰ ওপৰত প্ৰতিষ্ঠিত, সেই সমাজৰপৰা হিংসা আঁতৰ নহয়। সেইবাবে তেখেতে এনেকুৱা এখন সমাজ বিচাৰিছিল যিখন সমাজৰ প্ৰধান নীতি অভাৱবিলাক বঢ়াই নি থকাটো নহয়। বা অতি শীঘ্ৰগতিত এই অভাৱবোৰ পূৰণ কৰাটোও নহয়। তাৰ পৰিৱৰ্ত্তে মানুহৰ আৱশ্যকীয়খিনি সকলোকে দিব পৰা আৰু প্ৰতিযোগিতাৰ অৱস্থা উদ্ভৱ নোহোৱা—গতিকেই হিংসাৰো কাৰণ নথকা এনে এখন সমাজহে তেখেতে বিচাৰিছিল।

আমি যেতিয়াই সংঘাতৰ কথা ভাবোঁ, সংঘাত সৃষ্টি কৰা বিভিন্ন কাৰণ সমূহৰ কথাও বিবেচনা কৰিব লাগে। মই এটা মাত্র কাৰণ উল্লেখ কৰিছোঁ। বিৰোধ সৃষ্টি কৰা আৰু অনেক কথা আছে। আমাৰ মাজত অনেক মতানৈক্য আছে; ই ধৰ্ম্ম সম্বন্ধে হব পাৰে, সমাজ ব্যৱস্থালৈও হব পাৰে, হয়তো ব্যক্তিৰ অধিকাৰ আৰু কৰ্ত্তব্য সম্বন্ধেও হব পাৰে। গান্ধীজীয়ে সমাজৰপৰা বিৰোধ সৃষ্টি কৰা এই কাৰণবিলাকৰ বিলোপ সাধন বিচাৰিছিল। তেখেতে আমাৰ দৈহিক আৰু বৈষয়িক আৱশ্যকতা খিনি সীমাবদ্ধ কৰি তেনে এটা কাৰণ আঁতৰাব খুজিছিল। বাকী কথা সম্বন্ধে আমাৰ প্ৰত্যেকেই আনৰ অধিকাৰ স্বীকাৰ কৰা আৰু আনৰ প্ৰতি কৰ্ত্তব্য কৰাটোও তেখেতে বিচাৰিছিল। এইটো কেৱলমাত্র অহিংসাৰ দ্বাৰাহে কৰিব পৰা যায়।

এখন সমাজত যদি কিছুমান মানুহে ধৰ্ম্ম সম্বন্ধীয় হওক বা ৰাজনীতি বিষয়ৰে হওক নাইবা মানৱ জীৱনৰ কোনো সমস্যা সম্পৰ্কীয়েই হওক,— নিজৰ মত আনৰ ওপৰত জোৰ কৰি জাপি দিবলৈ যায় তেতিয়া বিৰোধ অনিবাৰ্য্য। তাতেই হিংসাৰো উদ্ভৱ। নিজৰ মতামত ব্যক্ত কৰিবলৈ প্ৰত্যেকে যেতিয়া সুবিধা পাব তেতিয়াহে সংঘাতৰ অৱসান হব। নিজৰ কাৰণে আৰু আমাৰ কাৰণে এই দেশত গান্ধীজীয়ে পৰিকল্পনা কৰা সমাজ-খনৰ এইবিলাক কিছুমান দিশ মাত্র।

মই এইমাত্র কৈ গৈছোঁ যে গান্ধীজীয়ে এখন কুন্দত কটা আঁচনি লৈ কাৰ্য্যসূচী আৰম্ভ কৰা নাছিল। তেখেতে সময়ে সময়ে উপস্থিত হোৱা ব্যক্তিগত প্ৰশ্নবিলাক হাতত লৈছিল। এই দেশৰ সন্মুখত উপস্থিত হোৱা আটাইতকৈ ডাঙৰ সমস্যাটো আছিল স্বাধীনতা অৰ্জ্জন। তেখেতে সেই বাবে এই প্ৰশ্নটোৰ বিষয়তে সৰ্ব্বশক্তি নিয়োজিত কৰিছিল। স্বাধীনতা অৰ্জ্জনৰ বাবে তেখেতে অহিংস নীতিৰ ওপৰত জোৰ দিছিল। তেখেত যে কেৱল কাৰ্য্যতেই হিংসাৰ বিৰোধী আছিল এনে নহয়; তেখেতে আছিল কায়মনোবাক্যে হিংসাৰ বিৰোধী। কিন্তু গান্ধীজীয়ে যদিও নিজৰ ওপৰত এইবিলাকৰ কঠোৰ মানদণ্ড বান্ধি লৈছিল; ইমানদৰে পালিব নোৱাৰা আন সকলৰ সৈতেও সহযোগ কৰিছিল। এই সকললোকে স্বাধীনতাৰ যুঁজত অহিংস নীতিৰ কাৰ্য্যসূচী অৱলম্বন কৰিছিল।



এইদৰেই গান্ধীজীয়ে তেখেতৰ ওচৰলৈ অসংখ্য লোকক আকৰ্ষণ কৰি আনিছিল। অৱশ্যে যদি তেখেতে চিন্তা আৰু কথা এই দুই বিষয়তেই অহিংস নীতি অৱলম্বন কৰাটো বিচাৰিলেহেঁতেন তেনেহলে সেইসকল লোক তেওঁৰ ওচৰলৈ নাহিলহেঁতেন। চিন্তাৰপৰা হিংসা ত্যাগ কৰিব পৰা মানুহ মই জনাত নিচেই তাকৰ; আৰু বাক্যৰে অহিংস হব পৰা লোক বহুত কম। কিন্তু প্ৰকৃততে কাৰ্য্যত অহিংস নীতিৰ পৰিপন্থী লোক নাই বুলিলেও হয়। তেখেতৰ কৃতকাৰ্য্যতা এই খিনিতেই।' তেখেতৰ সৌভাগ্য যে এইদেশ তেখেতৰ সেই পৰীক্ষাৰ বাবে বিশেষ উপযোগী আছিল। অহিংসাৰ আমাৰ নিজা প্ৰাচীন কলীয়া প্ৰথা প্ৰচলিত আছে। মই এই বিষয়ে এটি কথা উল্লেখ কৰিলে ইউৰোপীয় বন্ধুসকলে মোক যেন ক্ষমা কৰে। মই বৰ বেচি ভ্ৰমণ কৰা নাই আৰু আন বেচি দেশ দেখা বুলি দাবী কৰিব নোৱাৰোঁ। কিন্তু মই ইউৰোপলৈ এটা চমু ভ্ৰমণৰ বাবে গৈছিলোঁ আৰু ৰাজপথেদি যাওঁতে এটা কথা মোৰ মনত বৰকৈ লাগিছিল। মই যলৈকে গৈছিলোঁ তাতে মই মাত্র যোদ্ধাৰ প্ৰতিকৃতি, যুদ্ধ আৰু যুদ্ধ জয়ৰ স্মৃতিচিহ্ন দেখিবলৈ পাইছিলোঁ। এইদেশত আমি তেনে ধৰণৰ বস্তু দেখিবলৈ নাপাওঁ। আমাৰ সুদীৰ্ঘ ইতিহাসত ভাৰতে আন দেশ আক্ৰমণ কৰিবৰ কাৰণে সমৰ বাহিনী পঠোৱাৰ এটাও উদাহৰণ পোৱা নাযায়। এইটো আমাৰ এটা গৌৰৱপূৰ্ণ ঐতিহ্য। আমি এক বেলেগ প্ৰকাৰৰ বিজেতাহে বিদেশলৈ পঠাইছোঁ;—সেই সকল বিজেতা হৈছে সাংস্কৃতিক ক্ষেত্ৰৰ, জ্ঞানৰ ক্ষেত্ৰৰ আৰু ধৰ্ম্মৰ ক্ষেত্ৰৰ; আৰু যদি আমি বুৰঞ্জীলৈ চাওঁ আমি দেখিবলৈ পাম যে আমাৰ বিজয় অভিযানবিলাক দীৰ্ঘস্থায়ী আৰু বেচি ফলদায়ক। বহুযুগৰ আগতে আনদেশৰ সৈতে আমি যি সাংস্কৃতিক সম্বন্ধ স্থাপন কৰিছিলোঁ, বন্ধুত্বৰ সেই সোণালী বান্ধোন আজিও আমি ৰক্ষা কৰি আছোঁ।

আমাক সুবিধা দান কৰা আৰু এটা কথা আছিল, অৱশ্যে ইয়াৰ সাৰ্থকতাও অলপ সন্দেহৰ থল নোহোৱা নহয়। আমি আছিলোঁ অস্ত্ৰহীন; আমি অস্ত্ৰৰ লগত যুজিবলৈ আহিলোঁ। অসমৰ্থ আৰু বহুতেই গান্ধীজীৰ প্ৰণালীৰ দ্বাৰা আমাৰ বিপদৰ পৰিত্ৰাণৰ এটা উপায় দেখা পাইছিল। ই

এটা সন্দেহপূর্ণ সুবিধা আছিল, কিয়নো ই আমাৰ অহিংসাৰ প্ৰতি থকা বিশ্বাসক দুৰ্ব্বল কৰি তুলিছিল। সি যি নহওক, আমি আমাৰ কৰ্ত্তব্য কৰি গলোঁ আৰু কিছুদূৰ কৃতকাৰ্য্যও হলোঁ।

আপোনালোকে এটা প্ৰশ্নৰ মীমাংসা কৰিব লগা হৈছে; আৰু মই ভাবোঁ—আপোনালোক এতিয়া তাৰ সমাধানত ব্যস্ত হৈয়ে আছে। সেই প্ৰশ্নটো হৈছে যে বিবাদ নিষ্পত্তিৰ ক্ষেত্ৰত অন্যান্য জাতিবিলাকৰ মাজত আৰু নিজৰ ভিতৰতো একেটা প্ৰণালীকে অৱলম্বন কৰিব পৰা যায় নে নোযায়। গান্ধীজীৰ মতে কৰিব পৰা যায় আৰু কৰাও উচিত। সেই বুলি তেখেতে যে মানৱৰ দুৰ্ব্বলতাৰ প্ৰতি সচেতন নাছিল বা দুঃসাহস কৰি বিপদৰ সন্মুখীন হব খুজিছিল এইবুলি ভৱাটো উচিত নহব। কোনো এটা আন্দোলনে শেষ স্তৰত উপনীত হোৱা অৱস্থাতো কিবা এক দোষ দেখিলেই তাক গান্ধীজীয়ে বন্ধ কৰি দিয়া এনে উদাহৰণ আমাৰ নিজৰ দেশতেই বহুত পাওঁ। যোৱা মহাসমৰ আৰম্ভ হৈ যোৱাৰ পিচতহে জগতৰ আগত তেখেতে এই অহিংসাৰ অস্ত্ৰপাত দাঙ্গি ধৰিবলৈ সাহস কৰিব পৰিছিল। আন অনেক দেশে তেখেতক বহুবাৰ তেখেতৰ মতবাদ প্ৰচাৰ কৰিবৰ কাৰণে নিমন্ত্ৰণ কৰিছে কিন্তু গান্ধীজীয়ে এইদৰে উত্তৰ দিয়ে, "মই যিহৰ দাবী কৰোঁ সেইটো মোৰ নিজ দেশত প্ৰতিপন্ন কৰিবলৈ দিয়ক; তাৰ পিচত আন দেশলৈ যাবলৈ মোৰ যথেষ্ট সময় ওলাব। নহলে, মই যদি নিজৰ দেশতে মোৰ মত প্ৰতিপন্ন কৰিব নোৱাৰোঁ তেনেহলে আন দেশৰ লোকে যে মোৰ কথা শুনিব সেইটো বিশ্বাস কৰিবলৈ মোৰ কি অধিকাৰ আছে।"

যোৱা মহাযুদ্ধৰ সময়ত এটা বৰ জটিল অৱস্থাৰ উদ্ভৱ হয়। যুদ্ধৰ প্ৰতি গান্ধীজীৰ মনোভাৱ সম্বন্ধে বহু পৰিমাণে ভুল ধাৰণাৰ সৃষ্টি হয়। আমাৰ শাসক সকলে তেওঁক ভুল বুজিছিল; তাৰ কাৰণটো সহজেই বুজা যায়; আৰু মোৰ মতে সি ক্ষমাৰ যোগ্য; কাৰণ তেওঁলোকৰ তাকে নকৰিবলৈ আন উপায়ো নাছিল; তদুপৰি যিখন যুদ্ধ তেওঁলোকৰ কাৰণে জীৱন-মৰণ সমস্যা, তাত যি তেওঁলোকৰ সহযোগ নকৰে সি তেওঁলোকৰ বিপক্ষ বুলিয়েই পৰিগণিত হোৱাটো স্বাভাৱিক। গান্ধীজী যেহেতু যুদ্ধত



তেওঁলোকৰ সহযোগী নাছিল, তেখেতক তেওঁলোকৰ বিৰোধী বুলিয়েই গণ্য কৰিছিল। কিন্তু এই ভুল ধাৰণাতো কেৱল মাত্ৰ চৰকাৰৰেই নাছিল; আমি তেখেতৰ ঘনিষ্ঠ সম্পৰ্কত থকা সকলেও তেওঁক ভুল বুজিছিলোঁ।

ঠিক যেতিয়া দ্বিতীয় মহাযুদ্ধ আৰম্ভ হৈছিল আৰু তেখেতে লৰ্ড লিন্‌লিঠগোক সাক্ষাৎ কৰিছিল, সেই সাক্ষাৎ প্ৰসঙ্গৰ মাজতে লণ্ডন মহানগৰীৰ বুকুলৈ যুদ্ধই অনা ধ্বংস আৰু বিধ্বস্ত অৱস্থাৰ কথা চকুত জিলিকি উঠাত তেখেত সম্পূৰ্ণ হতাশ হৈ পৰিছিল। কিন্তু তথাপিও ভাৰতে এই যুদ্ধত অংশ গ্ৰহণ কৰা উচিত নহয় আৰু কৰিব নোৱাৰেও আনকি যুদ্ধৰ উদ্যোগতো সহায় কৰিব নোৱাৰে বুলি মুক্তকণ্ঠে কবলৈ তেখেতে অলপো দ্বিধা বোধ কৰা নাছিল। দেখাত এই অৱস্থাটোত এটা অসামঞ্জস্য আছে যেন লাগে; কিন্তু প্ৰকৃততে নাই। আন দেশৰ বিপদত পৰা লোকৰ প্ৰতি থকা সহানুভূতিৰ দৰেই ইংলণ্ডৰ প্ৰতিও তেখেতৰ সহানুভূতি আছিল; কিন্তু লগতে তেখেতৰ এই দৃঢ় বিশ্বাসো আছিল যে যুদ্ধই সমস্যাৰ সমাধান কৰিব নোৱাৰে। সেইবাবে ইংলণ্ডক সহানুভূতি দেখুৱালেও নিজৰ দৃঢ় বিশ্বাসৰ ক্ষেত্ৰত তেখেতে সেও নেমানিলে।

দ্বিতীয় মহাযুদ্ধৰ সময়ত গান্ধীজীৰ মনোভাৱৰ লগত প্ৰথম মহাযুদ্ধৰ সময়ৰ মনোভাৱ খাপ নেখায়। প্ৰথম খনৰ সময়ত তেখেতে প্ৰকৃততে চৰকাৰক সমৰ্থন জনাইছিল, আৰু এই দেশত সৈন্য সংগ্ৰহ কৰিবৰ কাৰণে আগবাঢ়ি গৈছিল। অনেক শান্তিবাদী বন্ধুৱে এই কথাটো বুজিবলৈ টান পাইছিল। সেই সময়ত গান্ধীজীৰ ভাব আছিল যে মুঠতে বৃটিছ সাম্ৰাজ্য জগতৰ কল্যাণৰ হকে আছিল। ভাৰতে যেনেকৈয়ে হওক ইয়াৰপৰা সুবিধা পাইছিল। তেখেতে আৰু বিশ্বাস কৰিছিল যে ইয়াৰ ৰূপ পৰিবৰ্ত্তন কৰিব পৰা হব আৰু নিজৰ মতবাদৰ পৰিবৰ্তন কৰাই ইয়াক বিপক্ষৰ মত গ্ৰহণ কৰিব পৰা যাব। তেখেতে দক্ষিণ আফ্ৰিকাত এই অভিজ্ঞতা লাভ কৰিছিল। এই বিষয়ে কিছু অভিজ্ঞতা তেখেতে চম্পাৰণত ১৯১৭ চনত বিৰাট আকাৰত চলোৱা একেবাৰে প্ৰথম আন্দোলনতো পাইছিল। মহাত্মাজীয়ে তেতিয়ালৈকে সেই সাম্ৰাজ্যৰ ওপৰত বিশ্বাস হেৰুওৱা নাছিল আৰু সেইবাবে তেখেতে ইয়াকো

বিশ্বাস কৰিছিল যে যদিহে সেই সাম্ৰাজ্যৰ ছাঁয়াৰ তলতে নিৰাপত্তা বিচৰা যায়, তেনেহলে ইয়াৰ বিপদৰ সময়ত সহায় কৰাটো তেখেতৰ কৰ্ত্তব্য।

১৯৪০ চনত কিন্তু সেই অৱস্থাটো একেবাৰে পৰিবৰ্ত্তিত হ'ল। সেই বিশ্বাস তেখেতে হেৰুৱাই পেলালে আৰু গোটেই দেশকে বৃটিছ সাম্ৰাজ্যৰ বিপক্ষে এক সাংঘাতিক যুদ্ধত নমাই দিলে। এই যুঁজ অৱশ্যে ইংৰাজ লোক সকলৰ বিৰুদ্ধে নাছিল—ইংৰাজ শাসনৰ বিৰুদ্ধেহে আছিল।

সেইবাবে ১৯৪০ চনত তেখেতে কবলৈ সমৰ্থ হৈছিল "আমি তোমালোকৰ আশ্ৰয় নিবিচাৰোঁ। আমাক তোমালোকে ৰক্ষা কৰা নকৰা তাৰ প্ৰতিও ভ্ৰূক্ষেপ নকৰোঁ। আমাক এৰি যোৱা, আমাক ঈশ্বৰৰ ওচৰত গতাই যোৱা নাইবা বিশৃঙ্খলৰ মাজতে পেলাই যোৱা।" আৰু যেতিয়া তেনে অৱস্থা এটা পালেগৈ—তেতিয়া তেখেতে কবলৈ সমৰ্থ হৈছিল, "এই যুদ্ধত কোনো প্ৰকাৰৰ সহায় দিয়া নহব।" আমি কংগ্ৰেছীবিলাকে লগ এৰা দিলোঁ। কিছুমানে ভাবিলে এইটো এটা দৰ খেলোৱাৰ উত্তম সুযোগ, সাহায্যৰ সৰ্ত্ত দি আমি আদায় কৰি লব পাৰোঁ। আন কিছুমানে যুক্তি দিলে যে যেহেতু মিত্ৰপক্ষ যুদ্ধত নমাটো ন্যায়সঙ্গত হৈছে, তেওঁলোকক সহায় কৰা আৱশ্যক। এইবিলাকৰ একোৰেই মহাত্মাজীক টলাব নোৱাৰিলে; কাৰণ তেখেতে নিশ্চয়কৈ ভাৱিছিল যে আমি এই পন্থাৰ দ্বাৰা অহিংসা নাইবা যুদ্ধৰত সকলৰো একো উদ্দেশ্য সাধন কৰিব নোৱাৰোঁ। তেখেতে সেইবাবে যুদ্ধত যি কোনো প্ৰকাৰৰ সহায় কৰাৰ বিপক্ষে থিয় দিছিল।

মই বোধকৰোঁ, কব পাৰোঁ যে কংগ্ৰেছে আগবঢ়োৱা সাহায্য ইংৰাজে প্ৰত্যাখ্যান কৰি ভুল কৰিলে। এই প্ৰত্যাখ্যানে এনে এটা অৱস্থাৰ সৃষ্টি কৰিলে যে যদিও কংগ্ৰেছ আৰু গান্ধীজীৰ মাজত অস্থায়ী ভাৱে এৰা এৰি হৈছিল, বৃটিছৰপৰা বিচৰা সুবিধা নোপোৱাৰ পাচত আমি আকৌ পুনৰ লগ লাগিলোঁ। তেতিয়া যুদ্ধৰ উদ্যোগত সাহায্য প্ৰত্যাখ্যান কৰাৰ বাহিৰে কোনো অন্য উপায় নাছিল।

সম্ভৱ মই কৈ গৈছোঁ যে আপনালোকে আমাৰ অকৃতকাৰ্য্যতাৰ পৰাও উপদেশ গ্ৰহণ কৰিব পাৰে। আমাৰ যুঁজৰ এই কালটোলৈ আপোনালোকৰ



বিশেষ দৃষ্টি আকৰ্ষণ কৰিব খোজোঁ। আমি সেই মুহূৰ্ত্তত অকৃতকাৰ্য্য হলোঁ আৰু গান্ধীজীয়ে ভাল নোপোৱা আন এটা পন্থা অৱলম্বন কৰিলোঁ। এই উপায়টো অৱশ্যে সুবিধাজনক; কিন্তু নীতি সঙ্গত নহয়, সত্যৰ পন্থাও নহয় আৰু অহিংসাৰ পন্থাও নহয়। সেইবাবে একো আচৰিত হবলগীয়া নাই যে আমি তাৰ পাচত আৰু গান্ধীজীৰ আদৰ্শ, গান্ধীজীৰ কাৰ্য্যসূচী ধৰি ৰাখিবলৈ অসমৰ্থ হৈ পৰিলোঁ। সেইখিনিত পিচলি পৰিয়েই আমি যে হিংসা ত্যাগ কৰিব পাৰোঁ আৰু কোনো অৱস্থাতেই হিংসাৰ আশ্ৰয় নোলোৱাকৈ থাকিব পাৰোঁ, এইকথা অনুভব কৰিবলৈ অসমৰ্থ হৈ পৰিলোঁ। ঠিক এই সময়তেই গান্ধীজীয়ে হেৰ হিট্‌লাৰলৈ চিঠি লিখিছিল। অহিংস ভাৱে প্ৰতিৰোধ কৰিবলৈ তেখেতে চেক সকললৈ গোহাৰি জনাইছিল আৰু প্ৰতিজন বৃটিছ লোক যুদ্ধত প্ৰবৃত্ত নহবলৈ চিঠিৰে সম্বোধন কৰিছিল। তেওঁলোকে যি বিচাৰিছিল তাক অহিংসাৰ দ্বাৰা লাভ কৰিবলৈ অনুৰোধ কৰিছিল।

আমাৰ কবলৈ লাজ লাগে আৰু ই এটা মচিব নোৱাৰা কলঙ্ক যে যি সময়ত তেখেতে এই বৃহত্তৰ পৰীক্ষাৰ সুবিধা পালেহেঁতেন ঠিক তেতিয়াই মহাত্মাজীক দুৰ্ভাগ্যক্ৰমে আমাৰ মাজৰপৰা আঁতৰাই নিয়া হ'ল। বুৰঞ্জীত অনেক ব্যক্তিয়ে নিজৰ জীৱনত অহিংসাৰ পৰীক্ষা কৰাৰ আৰু ব্যক্তিগত জীৱনত পৰীক্ষা কৰিবলৈ শিক্ষা দিয়াৰ উদাহৰণ পাওঁ। পিচে এই অস্ত্ৰক বিভিন্ন দল আৰু জাতিসমূহৰ মাজত বিবাদ নিষ্পত্তিৰ ক্ষেত্ৰত বহলভাৱে ব্যৱহাৰ কৰা বিষয়ত মহাত্মাজীহে একমাত্ৰ ব্যক্তি।

আগতে মই কৈ আহিছোঁ যে পৰীক্ষাৰ কাৰণে এইদেশৰ ক্ষেত্ৰ বিশেষ উপযোগী আৰু তেখেতে অহিংসাৰ প্ৰতি সহাঁৰি জনাবলৈ সমৰ্থ মহানুভৱ প্ৰতিদ্বন্দ্বী পাইছিল। বৃটিছসকলে তেওঁলোকৰ নিজ কাৰ্য্যৰ এটা সীমা বান্ধি লৈছিল, আৰু ইয়াৰ তললৈ তেওঁলোক যাব নোৱাৰিছিল আৰু নগৈছিলো। আমি নিশ্চয় স্বীকাৰ কৰিব লাগিব যে যিদৰে গান্ধীজীৰ কৃতকাৰ্য্যতা বহু পৰিমাণে নিজৰ আৰু দেশৰ জনগণৰ ওপৰত নিৰ্ভৰশীল, সেইদৰে এই বিষয়ত বৃটিছ সকলেও এক উদাৰ অংশ গ্ৰহণ কৰিছিল। আমি যদি একেবাৰে বেলেগ একৰকম প্ৰতিদ্বন্দ্বী পালোঁহেঁতেন আৰু যি হয়তো

বাধাহীন ভাৱে নিষ্ঠুৰতা চলাই গ'লহেঁতেন, তেনেহলে যে কি হ'লহেঁতেন তাক মই কব নোৱাৰোঁ। আমি এনে গধূৰ হেচঁা সহিব পাৰিলোহেঁতেন নে নোৱাৰিলোহেঁতেন বা এনে প্ৰতিদ্বন্দ্বীক অহিংসাৰে জয় কৰিব পৰা গ'লহেঁতেন নে নাই—ই এক চিন্তাৰ বিষয়।

অহিংসাৰ পৰীক্ষা ইমানতেই অসম্পূৰ্ণ হৈ ৰ'ল। সেই পৰীক্ষা অন্য ক্ষেত্ৰলৈ বহলাই নিবৰ কাৰণে আৰু বৰ্ত্তমান যুগৰ বৰ্ত্তমান অৱস্থাত কিমান দূৰ কৃতকাৰ্য্য হব পৰা যায়, এইটো স্থিৰ কৰিবৰ কাৰণে আপোনালোক সকলোৰে ওপৰত ভাৰ পৰিছে। মই জানো এই বিষয়ত অসংখ্য অসুবিধা আছে কিন্তু জনগণক শিক্ষিত কৰি তুলিব লাগে—গান্ধীজীয়ে সেইবাবে শিক্ষাৰ কথাটো অৱহেলা কৰা নাছিল। কিন্তু তেখেতে যি শিক্ষাৰ উদ্ভাৱন কৰিছিল আৰু তাৰ কাৰ্য্যসূচী কৰিছিল সি কিছু পৰিমাণে আন দেশত প্ৰচলিত শিক্ষাতকৈ বেলেগ ধৰণৰ। তেখেতৰ শিক্ষাৰ কাৰ্য্যক্ৰম ব্যক্তিত্বৰ প্ৰকৃত বিকাশ সাধন আৰু শিশুৰ অন্তৰ্নিহিত গুণ বাহ্যিক সকলো বাধা আৰু নিষেধ আতঁৰাই পোহৰলৈ অনা লক্ষ্যৰ ওপৰত প্ৰতিষ্ঠিত। আমাৰ ৰাজপথত ডাঙৰ সৰু সকলো শিলগুটি বিৰাটকায় ষ্টীমৰোলাৰে একে সমান কৰাৰ দৰে তেখেতৰ শিক্ষাৰ আঁচনিয়ে সকলোকে একে নিৰ্জীৱ পৰ্য্যায়লৈ অনাটো নিবিচাৰে। এই আচনিত প্ৰতি শিশুৱেই নিজৰ পথত আগুৱাবলৈ স্বাধীনতা পায়, আৰু যেহেতু ইয়াত হিংসাৰ স্থান নাই, প্ৰতিটি শিশু অহিংসাৰ মাজত বৰ্দ্ধিত হোৱাৰ ওপৰিও ইয়াক বুজিবলৈ আৰু উপলব্ধি কৰিবলৈ সক্ষম হয়।

মই সেইবাবে সুখী হৈছোঁ যে এই আলোচনা চক্ৰই শিক্ষাৰ কথাত বিশেষ মনোযোগ দিছে, কিন্তু মই গান্ধীজীৰ পৰিকল্পিত অভাৱ সীমাৰ ভিতৰত ৰখা সমাজখনৰ কথাও বিবেচনা কৰিবলৈ কওঁ। অৱশ্যে সেইটো মই এতিয়া এই আলোচনাতে কৰিবলৈ কোৱা নাই, আপোনালোকৰ নিজৰ নিজৰ ক্ষেত্ৰত আৰু পুনৰ যেতিয়া সম্মেলিত হব তেতিয়া কৰিব পাৰে। মই ভাবোঁ তাৰ অবিহনে শোষণ নীতিৰ শেষ নহব—গতিকে হিংসাৰো অন্ত নপৰে।

লৰ্ড বইড্-অৰ্ ডাঙৰীয়াই দাঙ্গি ধৰা প্ৰতিবেদন মই খুব আগ্ৰহ আৰু শ্ৰদ্ধাৰে সৈতে শুনিছোঁ। তাৰ এটা বাক্যই মোকে বিশেষ ভাৱে স্পৰ্শ



কৰিছে। আপোনালোকে আত্মৰক্ষাৰ উদ্দেশ্যত সমৰ-বাহিনী সাজু ৰখাৰ অনুমতি দিবলৈ সিদ্ধান্ত কৰিছে। প্ৰথম আক্ৰমণকাৰী পক্ষই নিজক আক্ৰমণাত্মক বুলি বিবেচনা কৰা কোনো যুদ্ধৰ কথা মই নাজানো। জগতৰ বুৰঞ্জীত প্ৰতিখন যুদ্ধই আত্মৰক্ষাৰ যুদ্ধ; আৰু যেতিয়ালৈকে আপোনালোকে ইয়াৰ স্থান ৰাখিব, আত্মৰক্ষা কৰা বুলি এই ক্ৰুটি ৰাখি থব; তেতিয়ালৈকে অহিংসা সম্পূৰ্ণৰূপত প্ৰতিষ্ঠিত নহব। কোনোবাই সাহস গোটাব লাগিব আৰু এই দুসাহসৰ কাৰ্য্য কৰিবলৈ দুবাহুত ৱল বান্ধিব লাগিব। আমাৰ দেশ সম্বন্ধে কবলৈ হলে গান্ধীজীয়ে সাহস কৰিব পাৰিছিল আৰু তেখেতে কৈছিল, "আমাক বিশৃঙ্খলাৰ মাজত এৰি যোৱা—আমাক ঈশ্বৰৰ ওচৰত গতাই দিয়া; কিন্তু অনুগ্ৰহ কৰি আমাক এই যুদ্ধত লিপ্ত নকৰিবা আৰু আমি এই যুদ্ধত সহায় কৰিম বুলিও আশা নাৰাখিবা।"

আজি যদি আমাক অনুপ্ৰেৰণা দিবলৈ আৰু পৰিচালনা কৰিবলৈ তেখেত জীয়াই থাকিলেহেঁতেন, তেখেতে কি কলেহেঁতেন আৰু কি কৰিলেহেঁতেন—মই কব নোৱৰোঁ; কিন্তু মই ভাবোঁ যে যুদ্ধৰত পক্ষবিলাকক গত মহাযুদ্ধৰপৰা বিৰত কৰিবলৈ নানা লিখনিৰ মাজেদি তেখেতে যি গোহাৰি জনাইছিল তাৰদ্বাৰাই তেখেতৰ ভাৱ সম্পূৰ্ণ পৰিষ্কাৰ কৰি থৈ গৈছে। অসত্যৰ ওচৰত কেতিয়াবা কোনো মুহূৰ্ত্তত তেখেতে নত শিৰ হবলৈ চিন্তা কৰিছিল বুলি ভাৱিলেও ভুল হব। সেইটো তেখেতৰ প্ৰকৃতি আৰু ব্যক্তিত্বৰ সম্পূৰ্ণ পৰিপন্থী আছিল। আমাৰ প্ৰকৃতিৰ নিম্নস্তৰৰ প্ৰবৃত্তিবিলাকৰ ওচৰত নতশিৰ হোৱা কাৰ্য্যই কোনো ব্যক্তি বা জাতিক আনক আঘাত নকৰাকৈ ৰক্ষা কৰিব নোৱাৰে। শত্ৰুৱে কৰা জঘন্য আচৰণকো অলপো কষ্ট নোহোৱাকৈ সহ্য কৰিব পৰা এনে প্ৰকাৰ সাহস তেখেতে বিচাৰিছিল। শেষ পৰ্য্যন্ত তেখেতে প্ৰতিদ্বন্দ্বীক প্ৰতিৰোধ কৰিব আৰু তাকো কৃতকাৰ্য্যতাৰেই কৰিব; কাৰণ সৰ্ব্বশেষ পৰ্য্যায়ত নিজৰ জীৱনকে আহুতি দিব। ইয়াৰদ্বাৰা নিজৰ বিজয় আৰু প্ৰতিদ্বন্দ্বীৰ পৰাজয়হে প্ৰতীয়মান হব। যেহেতু শত্ৰুৱে তাৰ ইচ্ছামতে সেও মনাব নোৱাৰিব। যেতিয়ালৈকে বৰ্ত্তমান কোনো জাতিয়ে নিজৰ বাহুত এনেধৰণৰ নৈতিক সাহস সঞ্চয় কৰিব নোৱাৰে আৰু কোনো অৱস্থাতে আত্মৰক্ষামূলক বা আক্ৰমণাত্মক যুদ্ধৰপৰা

বিৰত থকাৰ আৰু যিকোনো প্ৰকাৰৰ অস্ত্ৰকেই বৰ্জ্জন কৰাৰ এক কাৰ্য্যকৰী আচঁনিলৈ আগবাঢ়ি আহিব নোৱাৰে, তেতিয়ালৈকে অহিংসাৰ কাৰণে কৰা যুঁজ চলি থাকিব আৰু সফলভাবে যে ই অন্ত পৰিব তাৰো কোনো আশা নাথাকিব।

কোনো ৰাষ্ট্ৰই সেই সাহস বুকুত বান্ধি সাজু হব লাগে। কোনে সেই কাম কৰিব মই কব নোৱাৰোঁ। যদিও আমি গান্ধীজীৰ শিক্ষাৰ উত্তৰাধিকাৰী বুলি দাবী কৰোঁ—আজি আমি সেই কাম কৰিবলৈ দেখাত অপৰাগ। কিন্তু কোনোবাই এই কাম কৰিব লাগে। মই আশা কৰোঁ আপোনালোকে কৰা এই আলোচনাৰ ফল স্বৰূপে, এই বাণী আন দেশত প্ৰচাৰ কৰিবলৈ আপোনালোক সমৰ্থ হব। আমাৰ দেশত এটি প্ৰবাদ বাক্য আছে যে কেতিয়াবা বস্তিৰ পোহৰ গছাৰ তলত নপৰে; তাৰ চাৰিও ফালেহে পৰে। সেই কথাষাৰৰ সত্যতা আমি প্ৰমাণ নকৰোঁ। কিন্তু মোৰ এই বাঞ্ছা যে আপোনালোকে সেই পোহৰৰ ভাগ লৈ কথাষাৰৰ সত্যতা প্ৰমাণ কৰিব।

মোৰ দৃঢ় বিশ্বাস যে এই আলোচনা-চক্ৰই তেখেতৰ শিকনিৰ এই ফালটো যদি জগতৰ আগত দাঙি ধৰে তেন্তে এটা ডাঙৰ কাম কৰা হয়। মোৰ বিবেচনাৰে ই এটা কাৰ্য্যকৰী প্ৰস্তাৱ আৰু আমি যদি কেৱল মাত্ৰ সাহসত ভৰ দিওঁ, তেনেহলে ইয়াক কাৰ্য্যত প্ৰতিপন্ন কৰিবলৈ একো টান নহয়।

ধৈৰ্য্যৰে মোৰ কথা শুনা বাবে আপনালোক সকলোকে মই ধন্যবাদ জনাইছোঁ আৰু অলপ সময়ৰ কাৰণে হলেও এনে সুধীবৃন্দৰ সান্নিধ্যলৈ আহিবলৈ সুযোগ দিয়া বাবে আৰু আপোনালোকৰ দু-আষাৰ কথা শুনিবলৈ পোৱাৰ বাবে মই কৃতজ্ঞ হৈছোঁ। আপোনালোকৰ মহতী চেষ্টা যাতে ফলৱতী হয় তাৰ বাবে মই মোৰ শুভেচ্ছা জনাইছোঁ।

# শিক্ষা আৰু বৰ্ত্তমানৰ অভাৱ-অভিযোগ

[ দিল্লী বিশ্ববিদ্যালয়ৰ অষ্টাবিংশ সমাবৰ্ত্তনত দিয়া ভাষণ ( ৯ ডিচেম্বৰ, ১৯৫০ )। ডাঃ ৰাজেন্দ্ৰপ্ৰসাদৰ পাণ্ডিত্য আৰু চিন্তাশীলতা এনে ভাষণবোৰত বঢ়িয়াকৈ প্ৰকাশ পাইছে ]

জয় জয়তে মই আপোনালোকৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ যে আপোনালোকে মোক ডিগ্ৰীধাৰীসকলৰ আগত কথা কবলৈ সুযোগ দিলে। এওঁলোকেই এই বিশ্ববিদ্যালয়ৰপৰা শিক্ষা গ্ৰহণ কৰাৰ পিচতে জীৱনৰ দায়িত্ব লবৰ বাবে আগ বাঢ়িব। এই মুহূৰ্ত্তত ভাৰত আৰু জগতখনেই বৰ কঠিন আৰু জোট লগা সমস্যাৰ সম্মুখীন হব লগা হৈছে। এই সমস্যা সমূহৰ সমাধনৰ কাৰণে বয়সীয়াসকলৰ অভিজ্ঞতা আৰু ঐকান্তিকতা, যুৱকসকলৰ অদমনীয় উৎসাহ, অমিত আশা, উদ্দীপনা আৰু শক্তিৰ আৱশ্যক। এইটো কোনো অতিৰঞ্জিত কৰি কোৱা কথা নহয় যে জগতখনক নতুন গঢ় দিয়াৰ আচল দায়িত্ব আছে এওঁলোকৰ ওপৰতেই। এইটোও একেবাৰেই জল্ জল্ পট্ পট্ হৈ ওলাই থকা কথা যে তেওঁলোকে নিজৰ অভিৰুচি অনুযায়ীহে দৃঢ়তাৰে সৈতে এনে নতুন সাঁচ দিয়াৰ কাম হাতত লব পাৰে। যি আগ্ৰহ আৰু কৌশলৰ ওপৰত তেওঁলোকে কাম কৰিবলৈ ল'ব তাৰ ওপৰতে তেওঁলোকৰ জীৱনৰ কৃতকাৰ্য্যতা প্ৰকৃততে নিৰ্ভৰ কৰিব।

আপোনালোকৰ কাৰণে সৌভাগ্যৰ কথা যে আপোনালোকে এই দায়িত্ব লবলৈ এই বিশ্ববিদ্যালয়ৰপৰা মানসিক আৰু নৈতিক বল লাভ কৰি সাজু হৈছে। এইটো এটা চিৰাচৰিত সত্য কথা যে ছাত্ৰসকলে তেওঁলোকৰ অধ্যাপকসকলৰ বক্তৃতা আৰু পাঠ্যপুথিৰপৰা যিমান জ্ঞান আহৰণ কৰিব পাৰে, প্ৰকৃততে অজানিতভাৱে সামাজিক আৰু সাংস্কৃতিক পাৰিপাৰ্শ্বিকতাৰ পৰাও সিমানেই লাভ কৰিব পাৰে। এই পাৰিপাৰ্শ্বিক বেষ্টনী যিমানেই সম্পদশালী হয় সিমানেই ছাত্ৰসকলৰ জীৱন মাৰ্জ্জিত আৰু ৰুচিসম্পন্ন হয়। স্বাভাৱিকতে, এই বিশ্ববিদ্যালয়ৰ ছাত্ৰছাত্ৰীসকলে অমূল্য সাংস্কৃতিক সম্পদ দিল্লীৰ নিচিনা এখন ঠাইৰ পৰিবেষ্টনীত থাকি লাভ কৰিছে।

কাৰণ, দিল্লী নগৰীৰ এনে কেইটামান বৈশিষ্ট্যসম্পন্ন গুণ আছে—যিবিলাক আন কতো পাবলৈ নাই। ই অখণ্ডনীয় সত্য যে এই নগৰীৰ প্ৰতি চুকেকোণে বুৰঞ্জী প্ৰতিবিম্বিত হৈ আছে। ইয়াৰ চৌপাশে শতিকাৰ ধ্বনি ঐতিহাসিক ভগ্নাৱশেষবোৰত কঁপি উঠে। অৱশ্যে, সন্দেহ নাই যে ভাৰতৰ ভিতৰত বহুতো বুৰঞ্জী প্ৰধান নগৰ আছে, কিন্তু এই সকলোবোৰৰ ভিতৰত দিল্লী হৈছে অতুলনীয়। ইয়াতেই বুৰঞ্জীৰ তিনিটা সুঁতি আহি লগ খালে। পৃথিবীৰ বিভিন্ন ঠাইত ইয়াৰ উৎপত্তি স্থান হলেও এই ঐতিহ্যপূৰ্ণ নগৰখনতেই মিলন ঘটিল আৰু ইয়াতেই একত্ৰিত হৈ ভাৰতীয় মানুহৰ সাংস্কৃতিক জীৱন চহকী কৰিবলৈ ধৰিলে। ইয়াৰ ভিতৰত আটাইতকৈ পুৰণি হৈছে বৈদিক যুগৰপৰা (বা তাৰ আগৰে পৰা) চলি অহা সুঁতিটো। এই বৈদিক যুগৰপৰা আমাৰ দেশত চলি থকা ধাৰাটোৱে ঘাই ধাৰা আৰু তাৰ সঞ্জীৱনী সুধাই আমাৰ আধ্যাত্মিক তৃষ্ণা এই শতাব্দীবোৰৰ মাজেদি নিবাৰণ কৰি আহিছে। এইবোৰেই আমাৰ জীৱনক উচ্চ আদৰ্শ দিছে। এই আদৰ্শৰ লগত জড়িত থকা মহৎ নামবোৰ আমাৰ পৱিত্ৰ সাহিত্য আৰু অতীত বুৰঞ্জীত একে বাৰে ঘৰুৱা শব্দ হৈ পৰিল। সাধুতাৰ প্ৰতিশব্দ হ'ল—হৰিচন্দ্ৰ, ত্যাগৰ দধীচি, চেৰ পেলাব নোৱাৰা সহানুভূতিৰ বাবে শিৱি, দানৰ কাৰণে কৰ্ণ, ৰাজনীতিৰ কাৰণে ৰামচন্দ্ৰ, নিষ্কাম সেৱাৰ কাৰণে শ্ৰীকৃষ্ণ, অহিংসাৰ কাৰণে বুদ্ধ আৰু ধৰ্ম্ম চক্ৰৰ প্ৰতীক হ'ল অশোক। জীৱনৰ এনে এটা দিশ নাই য'ত এই সোঁত প্ৰৱেশ কৰা নাই আৰু তাৰ গুণত মহিমান্বিত আৰু চহকী হোৱা নাই। এইটো অত্যুক্তি কৰা নহব যে সজ্ঞানে বা অজ্ঞানে ই আমাৰ জীৱনৰ লক্ষ্য আৰু ভাৱ ৰাশি আজিও স্থিৰ কৰিছে। আনটো সুঁতি মূলতে আৰবৰপৰা আহে আৰু প্ৰায় এজেহাৰ বছৰৰ আগত ভাৰতবৰ্ষ পায়হি। শ, শ বছৰৰ মাজেদি আহি ই প্ৰথম সুঁতিটোৰ লগত লগ খায়। এইখন নগৰতেই জন্ম হ'ল—সংমিশ্ৰিত ভাষা, সাজ-পোছাক, কলা, সাহিত্য আৰু চিন্তা ধাৰা, আৰু সেইবোৰেই হিন্দু মুছলমান উভয়ৰে উমৈহতীয়া সম্পত্তি। ইয়েই আমাক দিলে কবীৰৰ "বিশ্ব সঙ্গীত" (অনহদনাদ) আৰু জয়শীৰ প্ৰেমকাহিনী। ইয়েই আমাক



দিলে চিৰন্তনীয় অপৰিবৰ্ত্তনশীল ছাহজাহানৰ শোক, মাৰ্ব্বলৰ তাজ। সেইদৰেই কেই শতিকামানৰ আগতে তৃতীয় এটা সুঁতি সুদূৰ পশ্চিমৰ পৰা আহি বাকী সুঁতিকেইটাৰ লগত দিল্লীত লগ খালে। ইয়েই আমাৰ জীৱনক কামিলা কৰি তুলিলে, জীৱনৰ পৰিসৰ বৃদ্ধি কৰিলে আৰু আধুনিক বিজ্ঞানৰ যোগেদি এটা নতুন ৰূপ দিলে। এই ধৰণেই এই সুঁতি-বিলাকৰ প্ৰত্যেকেই আমাৰ সংস্কৃতি চহকী আৰু মহৎ কৰি তুলিছে। আপোনালোকৰ এনে বুৰঞ্জীমূলক সুঁতিৰ সঙ্গমত বাস কৰিবলৈ আৰু অধ্যয়ন কৰিবলৈ সুযোগ ঘটিছে আৰু স্বাভাবিকতে নিশ্চয় এনে পৱিত্ৰ সঞ্জীৱনী বাৰিধাৰাত ডুব দিবলৈ আপোনালোকে সুযোগ পাইছে। অন্ততঃ মোক ভাৱিবলৈ সুবিধা দিয়ে যেন আপোনালোক এনে সুবিধা সম্পূৰ্ণৰূপে গ্ৰহণ কৰিব।

দিল্লী কেৱল যে ঐতিহাসিক সুঁতিকেইটাৰেই সঙ্গম স্থান এনে নহয়, বৰং বিভিন্ন অঞ্চলৰপৰা অহা লোক সকলৰো মিলন ক্ষেত্ৰ। ভাৰতৰ সকলো ঠাইৰপৰা মানুহ আহি ইয়াত নিগাজিকৈ বহিছে। আনকি ভাৰতৰ কোনো ৰাজ্যৰ এনে এটা অঞ্চল নাই যি অঞ্চলৰ মানুহ আহি দিল্লীত বাসিন্দা নাগৰিক হিচাপে থাকিবলৈ লোৱা নাই। এনেদৰে কলে ভুল নহব যে কোনোৱাই ওপৰে ওপৰে বহুত ভাষা-ভাষী আৰু বিভিন্নতা থকা দেশখন চাব খোজে তেওঁৰ কাৰণে দিল্লীৰ এটা ভুমুকিয়েই যথেষ্ট, কাৰণ সকলো বিচাৰ মতে ই এখন ক্ষুদ্ৰ জগত। এনে এজন ব্যক্তিয়ে ইয়াতেই বিচাৰি পাব ভাৰতৰ প্ৰতিটো ক্ৰমবিৱৰ্ত্তনৰ নতুন পুৰণি স্তৰ—উত্তৰ-দক্ষিণ আৰু পূৱ-পশ্চিম। ইমানেই নহয়, যোৱা তিনি বছৰৰ ভিতৰত এই দিল্লী নগৰীত ভাৰতীয় এজন ভাৰতৰ কেৱল বিভিন্ন মানুহৰ সংশ্ৰৱ-তেই যে আহিছে এনে নহয়, বৰং আমেৰিকা, ৰুছিয়া, ইংলণ্ড, চীন, ফ্ৰান্স, ব্ৰহ্মদেশ আৰু পৃথিবীৰ আন আন দেশৰ লগতো সংশ্ৰৱ ঘটিছে। সেয়েহে দিল্লী এখন মিশ্ৰিত-সংস্কৃতি আৰু সমাজৰ নগৰী। আপোনালোকেও নিশ্চয় ভাৰত আৰু পৃথিবীৰ বিভিন্ন ঠাইৰ মানুহৰ লগত সংশ্ৰৱত আহিছে যিহেতুকে আপোনালোকে ইয়াত থকা আৰু অধ্যয়ন কৰাৰ সুযোগ পাইছে। প্ৰকৃততে আপোনালোকে নিশ্চয় উপলব্ধি কৰিব পাৰিছে যে

আমাৰ দেশৰ ভৱিষ্যতৰ কাৰণে এই ঐতিহ্যপূৰ্ণ স্তঁতি তিনিটা একেধাৰে বৈ গলেহে আমাৰ গাওঁ আৰু নগৰৰ ঘৰ আৰু কাৰখানাৰ প্ৰতিজনক জীৱন-যাপনৰ কাৰণে জীৱনী-শক্তি সঞ্চাৰ কৰিব পাৰিব। আপোনালোকে নিশ্চয় ভাল ধৰণে বুজিব পাৰিছে ভাৰতৰ বিভিন্ন অঞ্চলৰ আৰু বিভিন্ন সম্প্ৰদায়ৰ মাজত একতাৰ ডোলৰ কিমান আৱশ্যক, যদিও ই বায়ুতকৈ পাতল তথাপি ইয়েই তিখাতকৈ কঠিন হোৱা উচিত। মই বৰ দকৈ অনুভৱ কৰিছোঁ আমি এনে সাংস্কৃতিক আৰু আঞ্চলিক মিলনৰ সমস্যাৰ সম্মুখীন হৈছোঁ যে এই সকলোবিলাকৰ সমাধান কৰিব লাগিব আমাৰ আন্তৰিকতাৰে আৰু যত্নেৰে। মই ধাৰণা কৰোঁ যে দিল্লীৰ নিচিনা বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী আৰু ডিগ্ৰীধাৰীসকলে এই সমস্যা সমাধানত বিশেষ অংশ গ্ৰহণ কৰিব পাৰে।

মোৰ পক্ষে কোৱাৰ কোনো আৱশ্যক নকৰে যে দিল্লীৰ দৰে দিল্লী বিশ্ববিদ্যালয়তো এনে এটা সংমিশ্ৰিত বৈশিষ্ট্য আছে, কাৰণ ইয়েই এই নগৰীৰ সাংস্কৃতিক কেন্দ্ৰ। এই বিশ্ববিদ্যালয়ত ভাৰতবৰ্ষৰ সকলো ঠাইৰেপৰা অহা ছাত্ৰ-ছাত্ৰী আছে। আকৌ ইয়াতেই এনে কিছুমান পুৰুষ আৰু নাৰী আছে যি সকল বুৰঞ্জীৰ এই স্তঁতি কেইটাৰ এটা বা ততোধিক স্তঁতিৰ দ্বাৰা প্ৰভাবান্বিত হৈছে—এনে কিছুমান ন-পুৰণি ভাৱৰ দ্বাৰা তৈয়াৰী হোৱা মানুহ আছে। স্বাভাৱিকতে ইয়াৰ ছাত্ৰৰ জীৱন আৰু মানসিক দৃষ্টিভংগীৰ ঐক্য স্থাপনৰ নিমিত্তে সমস্যা আছে, যি দৰে বিভিন্ন সংস্কৃতি, প্ৰথা আৰু বিভিন্ন সম্প্ৰদায়ৰ সমস্যা আছে। ইয়াৰপৰা ভাৰতৰ সকলো ঠাইলৈ আভ্যন্তৰীণ ঐক্যৰ বাবে সংস্কৃতিৰ যুঁজাৰু স্বৰূপে আগবনুৱাকৈ যুৱক-যুৱতী পঠোৱাৰ দায়িত্ব আছে। এই বিশ্ববিদ্যালয়ৰ আৰু ভাৰতীয় আন আন বিশ্ববিদ্যালয়ৰ কৰ্ত্তব্য কেৱল মাত্ৰ আভ্যন্তৰীণ ঐক্য আৰু নিখুত ভাৱে কৃতকাৰ্য্যতা লাভ কৰায়েই নহয় তাৰ বাহিৰেও শিক্ষা অনুষ্ঠান হিচাবে আনৰ প্ৰতি কৰ্ত্তব্য সমাপন কৰা।

মোৰ মতে, শিক্ষাৰ আচল উদ্দেশ্য হৈছে প্ৰত্যেক ব্যক্তিক দুই ৰকমৰ মিলন স্থাপন কৰিবলৈ সুবিধা দিয়া। এটা হৈছে নিজৰ ব্যক্তিত্ব আৰু পৃথিবীৰ আন আন জীৱৰ মাজত মিলন স্থাপন কৰা। এই বিষয়ত



অৱশ্যে কোনো সন্দেহ নাই যে বাহ্যিক ৰূপৰপৰা প্ৰতিজন মানুহৰ একোটা ব্যক্তিত্ব থকা বুলিয়েই ধৰা হয়। ইয়াৰ কাৰণ তেনেই সহজ। কাৰণ আমি কোনো ব্যক্তিৰে দুখন মুখ বা আঠখন ভৰি-হাত থকা নেদেখোঁ। বাহ্যিক ৰূপত দেখা এই গুটীয়া ব্যক্তিত্বৰ ভিতৰৰ গঠন যদি পৰীক্ষা কৰা যায় তেন্তে দেখা যাব এটাৰ ঠাইত কেইবাটাও জীৱৰ সমাবেশ আছে। আমাৰ পূৰ্ব্বপুৰুষ সকলে কল্পনা কৰিছিল সে দেৱতা, অসুৰ, আৰু মানৱৰ দহোটা, পাঁচোটা নাইবা চাৰিটা মূৰ আছিল। বাস্তৱৰ বেশ নথকা এইবোৰ যে সম্পূৰ্ণ অলীক কল্পনা এনে নহয়। ইয়াত এটা মনস্তাত্ত্বিক সত্য নিহিত আছিল। বাহ্যিক ৰূপৰপৰা প্ৰত্যেক ব্যক্তিৰে এটা ব্যক্তিত্ব থকা যেন দেখালেও একেজনতে কেইবাটাও বিভিন্ন ব্যক্তিত্ব থকা সম্ভৱপৰ। এই সম্ভাৱনা এই কাৰণেই হয় যে হিতাহিত জ্ঞান, প্ৰবৃত্তি আৰু শাৰীৰিক ক্ষুধাৰ মাজত কোনো স্থায়ী নিৰৱচ্ছিন্ন যোগসূত্ৰ নাথাকে। ব্যক্তিত্বৰ বিভিন্ন উপাদানৰ মিলন, প্ৰশিক্ষণ আৰু বিদ্যাৰ দ্বাৰা হয়। বিদ্যা, কাৰ্য্য আৰু প্ৰেমৰ দ্বাৰা এনে মিলন স্থাপনকে আমাৰ দেশত যোগ বুলি কোৱা হয়। নিশ্চয় মনত ৰাখিব লগীয়া কথা এইটোৱে যে যোগৰ দ্বাৰা যি মিলন এবাৰ স্থাপন কৰা হ'ল সি চিৰদিনীয়া নহয়। যোগীজনে সদায় এই মিলন ৰক্ষাৰ কাৰণে কঠিন নিয়মানুবৰ্ত্তিতা আৰু অধ্যৱসায়ৰ দ্বাৰা সতৰ্কতা লৈ থাকিব লগীয়া হয়। তেওঁ যদি মুহূৰ্ত্তৰ কাৰণেও এই বিষয়ে সাজু আৰু সতৰ্কহৈ নেথাকে তেন্তে গোটেই জীৱনত কষ্ট কৰি অৰ্জ্জন কৰা সাধনা বিফল হয় আৰু তেওঁ হয়তো পাষণ্ডৰ হাতৰ মুঠিত পৰিব পাৰে। এই কাৰণেই এনে এটা প্ৰবাদ আমাৰ দেশত প্ৰচলিত আছে যে যোগী নাইবা ভোগীয়েহে উজাগৰে থাকে। ইয়াৰ সত্যতা এয়ে যে যোগীজনে কেতিয়াও নোশোৱে। কাৰণ তেওঁ সদায়েই উজাগৰে সাজু হৈ থাকিব লাগে যাতে আভ্যন্তৰীণ মিলন—যি মিলনৰ দ্বাৰা তেওঁৰ অভিলাষ পূৰ্ণ হয় আৰু তেওঁ নিজে স্বৰ্গীয় সুখ আৰু সত্য জ্ঞান লাভ কৰে, সেইয়া যেন মুহূৰ্ত্তৰ বাবেও ছিন্ন নহয়। মই বিশ্বাস কৰোঁ যে আমাৰ পূৰ্ব্বপুৰুষ সকলে যাক যোগ বুলি আখ্যা দিছিল তাকেই আমাৰ বিশ্ববিদ্যালয় সমূহে এই সময়ত শিক্ষা দিয়া উচিত। আনকি আধুনিক শিক্ষাবিদেও স্বীকাৰ কৰে যে আধুনিক শিক্ষাৰ উদ্দেশ্য হৈছে অন্তৰ্নিহিত উপাদান

সমূহৰ ঐক্য-স্থাপন কৰা যাতে প্ৰতিজন ব্যক্তিৰ ব্যক্তিত্ব ভাগ ভাগকৈ বিভক্ত নহয়।

সাধাৰণতে, প্ৰত্যেক সমাজ আৰু সম্প্ৰদায়তে এনে বিভিন্ন ব্যক্তিত্বৰ কাৰণে বিপদ আছে। কিন্তু যি সমাজত নানা সংস্কৃতি, ঐতিহ্য আৰু সামাজিক আচাৰবিচাৰ আছে সেই তাতেই এই বিপদ বেছি। মই ওপৰতে কৈ আহিছোঁ এনে ধৰণৰ বৈচিত্ৰ আমাৰ দেশত আছে আৰু পৰিবেশত এনে এটা বিপদ হব পাৰে যে আমাৰ কোটি কোটি গাওঁ-বাসীৰ ব্যক্তিত্ব বিভিন্ন হব আৰু সমাজৰপৰা পৃথক হৈ থাকিব। যেতিয়ালৈকে এনে হৈ থাকিব আমাৰ সমাজ আৰু দেশ ভিতৰুৱা খিয়লা-খিয়লি অমিল-অসূয়াৰ বলিদান হব আৰু এইদৰেই প্ৰগতি আৰু উন্নতি সাধন কৰাৰ অৱস্থা পাব নোৱাৰিব। দেশখনক এই বিপদৰপৰা যিমান সোনকালে পৰা যায় মুক্ত কৰাটো আমাৰ কাৰণে অতি আৱশ্যকীয় কথা। অৱশ্যে বুজিবলৈ টান নহয় যে এই বিপদ পুলিচৰ টোকোন বা সৈন্যৰ সঙ্গীনে নাইবা আইন বা কাছাৰী ঘৰে গুছাব নোৱাৰে। যদি ইয়াক গুছাব পৰা হয় তেন্তে ভাল শিক্ষাৰেহে পৰা হব আৰু এইয়া বিশ্ববিদ্যালয়েহে কৰিব পাৰে। দুৰ্ভাগ্যবশতঃ আমাৰ বৰ্ত্তমানে থকা বিশ্ববিদ্যালয় সমূহ এনে সময়ত স্থাপন হ'ল যি সময়ত শিক্ষাৰ লক্ষ্য আছিল ইংৰাজী ভাষা, সাহিত্য আৰু অইন বিষয়ত জ্ঞান আহৰণ কৰা, যাতে সেইবোৰৰ দ্বাৰাই শিক্ষিত লোকসকলে অফিচত কাম বিচাৰি পাব পাৰে নাইবা ওকালতি কৰিব পাৰে। এই কাৰণেই প্ৰায়-বিলাক ভাৰতীয় বিশ্ববিদ্যালয়তে ইংৰাজী ভাষাই শিক্ষাৰ মাধ্যম আছিল আৰু ইংৰাজী সাহিত্য আছিল বাধ্যতামূলক বিষয়। বাস্তবিকতে, ই বুৰঞ্জীৰ পৰিহাস যে আমাৰ নিজ দেশৰ সাহিত্য আছিল ওপৰঞ্চি বিষয় অথচ ইংলণ্ডৰ সাহিত্য আছিল আমাৰ কাৰণে বাধ্যতামূলক। প্ৰকৃততে কবলৈ গলে আনকি আজিও এই বিষয়ৰ কোনো পৰিবৰ্ত্তন হোৱা নাই। প্ৰায়-বিলাক বিশ্ববিদ্যালয়তে ইংৰাজী ভাষা-সাহিত্য বাধ্যতামূলক হিচাবে চলি আছে। ইংৰাজীৰ প্ৰতি মোৰ ধনিষ্ঠা মানো বিদ্বেষ নাই বা ইংৰাজী সাহিত্যৰ মনোগ্ৰাহিতাৰ প্ৰতি মই উদাসীনো নহয়। মই নিজে মোৰ ছাত্ৰ জীৱনত ইংৰাজী ভাষা-সাহিত্য অধ্যয়ন কৰি উচ্চ উপাধিলোৱাৰ ভাৱ



ৰখাটোহে উচিত বিবেচনা কৰিছিলোঁ। ইংৰাজী সাহিত্যৰ যিমানেই সৌন্দৰ্য্য নেথাকক লাগিলে, এই কথাটো কোনেও দুই কৰিব নোৱাৰে যে পৰিণাম স্বৰূপে মানুহে বাধ্য-বাধকতাৰে এই বিষয় পঢ়িব লগা হ'ল। ফলত নিজৰ সাহিত্য নজনা হৈ থাকিল আৰু তাৰ প্ৰতি উদাসীনো হৈ পৰিল আৰু ইয়াৰ দ্বাৰাই আমাৰ ছাত্ৰসকলৰ মাজত মুখস্থ বিদ্যাৰ প্ৰচলন হ'ল। তেওঁলোকৰ মুখস্থ বিদ্যা অভ্যাসত পৰিণত হৈছে বুলি বহুদিনীয়া অভিযোগ এটা আছে। এই অভিযোগৰ গুৰিত শাৰীৰিক বা মানসিক ক্ষেত্ৰত আমাৰ ছাত্ৰ আন দেশৰ ছাত্ৰতকৈ বেলেগ, এনে বুলি ধৰিব নোখোজোঁ। কাৰণ, তেওঁলোকৰ মানসিক আৰু শাৰীৰিক গঠন আন দেশৰ ডেকা সকলৰ লগত বিজালে বিশেষ পাৰ্থক্য নেদেখোঁ। মই ভাবোঁ বিশ্ববিদ্যালয়ত যি শিক্ষা পায় তাৰ লগত দৈনন্দিন জীৱনৰ সামঞ্জস্য বা সম্বন্ধ নথকাৰ কাৰণেই এনে হবলৈ পাইছে। এই কাৰণেই এই ছাত্ৰ সকল নিজৰ দেশীয় প্ৰচলিত বিশ্বাস, সংস্কৃতি আৰু ভাষাত আচহুৱা হৈ পৰিল। এই বিশ্ববিদ্যালয় সমূহৰ স্থিতি প্ৰকৃততে ভাৰতীয় মাটি আৰু আকাশৰ তলতে আছিল, কিন্তু জীৱনী শক্তিত আছিল ভাৰতীয়তকৈ ইংৰাজী আৰু ইউৰোপৰ লগতহে বেছি মিল। এইবিলাক ঠাইত তেওঁলোকক যি শিক্ষা দিয়া হৈছিল তাৰ লগত নিজৰ ঘৰ-বাৰী বা দেশীয় জীৱনৰ লগত সম্বন্ধ নাছিল। পৰিণতি স্বৰূপে, তেওঁলোকৰ পক্ষে পাঠ স্বাভাবিক গতিত আৰু সহজতে মনত ৰখা সম্ভৱ নাছিল। তেওঁলোকে অপৰিসীম চেষ্টাৰদ্বাৰা মনত অপৰিচিত জ্ঞানৰ উপাদান আহৰণো কৰিব লগীয়া হৈছিল। এনে অভ্যাসৰদ্বাৰা আপোনা-আপুনি তেওঁলোকে যি সৃজনী শক্তি আৰু আত্ম-বিশ্বাসৰ দ্বাৰা কেইবা শতিকা ব্যাপি বিজ্ঞান, সাহিত্য, কলা আৰু ধৰ্ম্মৰ গণ্ডীত অমূল্য আৰু অপ্ৰতিদ্বন্দ্বিতামূলক দান দিছিল সি লোপ পালে। এইবোৰৰ গুণতেই ভাৰতীয় কৃষ্টি, সংস্কৃতি আৰু ধৰ্ম্মৰ বাণী যোগাযোগৰ সুবিধা নথকা দিনতো এচিয়া মহাদেশৰ প্ৰতিটো চুকেকোণে আৰু সাগৰৰ সিপাৰে থকা সুদূৰ ঠাইতো প্ৰচাৰ হৈছিল, অথচ সেই সময়ত প্ৰচাৰৰ কাৰণে মানৱৰ হাতত যন্ত্ৰপাতিও নাছিল।

এই বিদেশী শিক্ষাৰ ফলত আমাৰ শিক্ষিত ব্যক্তি সমূহত বিভক্ত ব্যক্তিত্বই

দেখা দিলে আৰু সেই কাৰণেই তেওঁলোকে কেৱল মাত্ৰ জীয়াই থকাৰ উদ্দেশ্যৰ বাহিৰে আন একোকে দেখা নাপালে। এনে উদ্দেশ্যবিহীন হোৱাৰ কাৰণেই আমাৰ দেশৰ কিমান সংস্কৃতিগত হানি হ'ল তাক কোনেও হিচাব কৰি উলিয়াব নোৱাৰে। ঘপহ কৰে প্ৰথমতে আমাৰ মনত বৰ আচৰিত যেন লাগে যে বহুতো ইংৰাজ আই-চি-এচ্ চাকৰিয়ালে অফিচৰ বিভিন্ন গধুৰ দায়িত্ব বহন কৰিও তেওঁলোকে বুৰঞ্জী, শাসনতন্ত্ৰ, সামাজিক বিজ্ঞান আদি বিষয়ত কিতাপ পত্ৰ লিখিবলৈ সময় পাইছিল আৰু সময় খটুৱাই-ছিল। অথচ বিশেষ কেইজনমান ব্যক্তিৰ বাহিৰে একে চাকৰিত থকা ভাৰতীয়ৰ তেনে ধৰণৰ কিতাপ-পত্ৰ লিখাৰ প্ৰতি ৰাপ জন্মা নাছিল। মোৰ বোধেৰে ইয়াৰ আচল কাৰণ হৈছে এই ইংৰাজ চিভিলিয়ান সকল ভাৰতীয়ৰ নিচিনাকৈ বিভক্ত ব্যক্তিত্বৰ নাছিল, কোনো প্ৰকাৰেই ভাৰতীয়ৰ দৰে মানসিক নিক্ৰিয়তা বা জড়তাৰ কবলত পৰা নাছিল। আমাৰ বিশ্ববিদ্যালয় সমূহৰ কৰ্ম্ম আছিল ব্যক্তিত্বৰ উন্নতি সাধন কৰাটোহে, কিন্তু ভাৰতীয় সকলো কথাকে অৱহেলা কৰি ইংৰাজী ভাষা আৰু সাহিত্যৰ যোগেদি সেই ঐক্য খণ্ড-বিখণ্ড কৰি পেলাইছিল। স্বাভাৱিকতে এনে এটা শ্ৰেণী ভাৰতীয়ৰ মাজত আপোনাআপুনি গঠিত হ'ল যে তেওঁলোকে ভাৰতীয় মাটিৰ ওপৰত থাকিও যেন কোনোবা বৃটিছ বায়ুমণ্ডলতহে বিচৰণ কৰিছিল। আনকি এনে হৈছিল যে ঘৰুৱা জীৱনত, কথা কোৱাত, যোগাযোগ আৰু অধ্যয়নত, খোৱা-বোৱাৰ ধৰণ-কৰণত আৰু পোছাক-পৰিচ্ছদত তেনেই বিদেশী হৈ পৰিছিল। কিছু পৰিমাণে বা সম্পূৰ্ণৰূপে চাহাবী হলেও এই মানুহবিলাকৰ ব্যক্তিত্ব সিমান বিভক্ত হোৱা নাছিল যিদৰে আন শিক্ষিত লোকসকলৰ হৈছিল। সি যি নহওক তেওঁলোকেও এই দোষৰ-পৰা মুক্ত হৈ থাকিব পৰা নাছিল। ইয়াৰ বাহিৰেও আমাৰ মানুহৰ এই শিক্ষাৰপৰা বুদ্ধিৰ ক্ষেত্ৰ আৰু সামাজিক স্থিতিৰো বহুত ক্ষতি হ'ল। যিবিলাক মানুহে এনেবোৰ বিশ্ববিদ্যালয়ত শিক্ষা লাভ কৰিলে তেওঁলোকে ইংৰাজী সাহিত্যৰ আৰু সভ্যতাৰ লগত পৰিচয় নোহোৱা মানুহবিলাকক ঘৃণা অৱশ্যে কৰা নাছিল, কিন্তু তেওঁলোকৰ প্ৰতি এক প্ৰকাৰ অৱজ্ঞাৰ মনোবৃত্তি জাগি উঠিছিল। ফলত ভাৰতীয় প্ৰত্যেক নগৰীতে



এনে এখন দেৱাল গঠন হ'ল যে তাৰ এফালে থাকিল ইংৰাজী সংস্কৃতি-সভ্যতাত পুষ্ট হোৱা ছাত্ৰ-ছাত্ৰী আৰু আনফালে থাকিল ভাৰতীয় ছাত্ৰ-ছাত্ৰী। এই মহানগৰীবোৰ ধনী আৰু দুখীয়াৰ জগত হিচাবে বিভক্ত হৈ আছিল, আৰু এতিয়া ইংৰাজী শিক্ষা পোৱা আৰু নোপোৱাৰ জগত হিচাবে বিভক্ত হ'ল। ফলত উমৈহতীয়া হিত সাধনৰ কাৰণে যি প্ৰচেষ্টাৰ সম্ভৱনা আছিল সি আৰু সম্ভাৱনীয় হৈ নুঠিল। বৰং এই দেৱালৰ ইপাৰ সিপাৰে থকা দুই দল লোকৰ মাজত সন্দেহ আৰু খিয়লা-খিয়লিয়ে ঠাই ললে। ক্ৰমান্বয়ে তেওঁলোকৰ মাজত সিফালৰ জাকক ভেঙুচালি আৰু হাঁহিয়াতৰ পাত্ৰ কৰিবৰ মনোভাৱ জাগি উঠিল। ইয়াৰ কাৰণেই নগৰত হোৱা বিভাজনৰ ফলত গাওঁবিলাকো প্ৰকৃততে ধ্বংস হবলৈ ধৰিলে। গাওঁবিলাকত চাহাবী ঠাচত চলা মানুহ বৰ কম আছিল। কাৰণটো অৱশ্যে তেনেই সাধাৰণ। কিয়নো চাহাবী কায়দাত টকা-পইচাৰ আৱশ্যক আৰু গাওঁ অঞ্চলৰ লোকৰ সাঁচতীয়া টকা-পইচাও নাছিল আৰু ইংৰাজী শিক্ষাৰে শিক্ষিত লোকে যিবিলাক সুবিধা আৰু আৰামৰ সামগ্ৰী বুলি বিবেচনা কৰিছিল সেইবোৰ গাওঁবিলাকত পোৱা নগৈছিল। স্বাভাৱিক পৰিণতি স্বৰূপে শিক্ষিত ভাৰতবাসী আৰু অশিক্ষিত ভাৰতবাসীৰ মাজত সম্বন্ধ হেৰাই গ'ল। ভাৰতীয় ইতিহাসত নগৰীয়া আৰু গাৱঁলীয়া ৰাইজৰ মাজত এনে ব্যৱধান আগতে কেতিয়াও হোৱা নাছিল।

পুৰণি কালত শিক্ষিত মানুহ গাৱঁলৈ গৈছিল আৰু আনকি বহুতেই গাঁৱত বাস কৰিবলৈ লৈছিল। গাৱঁলীয়া জীৱনৰ সংস্কৃতি-সভ্যতাৰ মান বেছ উন্নত আছিল। কাৰণ গাৱঁলীয়া জীৱনৰ শিক্ষিত শ্ৰেণীৰ লগত সম্বন্ধ আছিল আৰু ধৰ্ম্ম সাহিত্যৰ গল্পসমূহৰ আবৃত্তি হৈছিল। সেয়েহে স্বাভাৱিকতে গাওঁ আৰু নগৰৰ মাজত কোনো পাৰ্থক্য নাছিল। গাৱঁলীয়া আৰু নগৰীয়া জীৱনৰ থকা-মেলা, পোছাক-পৰিচ্ছদ আৰু খোৱা-বোৱাত কোনো পাৰ্থক্য নাছিল কাৰণেই গাওঁ আৰু নগৰৰ মানুহৰ পৰস্পৰৰ ভিতৰত খোৱা বোৱা, বিয়া-বাৰুৰ প্ৰচলন আছিল। এজনী গাৱঁলীয়া ছোৱালীক নগৰলৈ বিয়া দিলে তেওঁ গিৰিয়েকৰ পৰিয়াল আৰু নিজৰ পৰিয়ালৰ

ভিতৰত থকা-মেলাৰ কোনো পাৰ্থক্য নথকাৰ কাৰণে কোনো অসুবিধা পোৱা নাছিল। কিন্তু বৃটিছ যুগত এই পাৰ্থক্যটো ইমান বেছি হৈ পৰিল যে যদি কোনো নগৰীয়া ছোৱালীক গাৱঁলৈ দিব লগা হৈছিল তেন্তে সাংস্কৃতিক অসঙ্গতিৰ কাৰণে তেওঁৰ দুখৰ আৰু অসুবিধাৰ সীমা নাইকিয়া হৈছিল। এইদৰে গাওঁ আৰু নগৰৰ মাজত থকা সম্বন্ধ দুৰ্ব্বল হৈ আহিবলৈ ধৰিলে। মাত্ৰ সম্বন্ধ থাকিল যে গাৱঁৰ মানুহ নগৰলৈ গৈ সিহঁতে উৎপাদন কৰা ফচল বিক্ৰী কৰি টকা পইচা নাইবা কাপোৰ কানি আনিবলৈ গৈছিল। গাওঁ আৰু নগৰৰ এই ব্যৱধানে দেশখন দুৰ্ব্বল কৰি পেলালে। এই ধৰণৰ শিক্ষাৰ দ্বাৰা আৰু এটা ক্ষতি হ'ল যে গাৱঁৰ যিবিলাক সমৰ্থ আৰু বুদ্ধিমান লোক তেওঁলোকে নিজৰ ঘৰ এৰি নগৰত থাকিবলৈ ললে। গাৱঁৰ প্ৰতিভাশালী ডেকাই যদি ইংৰাজী শিক্ষা লৈছিল তেন্তে তেওঁ এনে ধৰণে চাহাবী কায়দাত চলিছিল যে তেওঁ আনকি গাৱঁৰ সেই বেষ্টনীত থকাৰ কথাও ভাবিব নোৱাৰিছিল। ফলস্বৰূপে, বিশ্ববিদ্যালয়সমূহ গাৱঁৰ প্ৰতিভা শুহি লোৱা টোকা কাগজ হৈ পৰিল। যিবিলাক মানুহ বুদ্ধি বৃত্তিত পিচ পৰা আছিল সেইবিলাক মানুহহে মাত্ৰ গাৱঁত থাকিবলৈ লৈছিল। বৰং আগতে গাৱঁৰ অৰ্থনৈতিক আৰু সামাজিক উন্নতিৰ কাৰণে গাৱঁৰ প্ৰতিভাশালী ব্যক্তি সমূহে কাম কৰিছিল, কিন্তু এতিয়া নগৰত বাস কৰিবৰ কাৰণে গাৱঁৰপৰা উঠি যোৱা হ'ল। এইদৰেই আমাৰ গাওঁ সমূহ এই শিক্ষাৰ ফলত তেনেই অন্ধকাৰ আৰু নিৰক্ষৰতাৰ স্থান হৈ পৰিল। বিশ্ববিদ্যালয় সমূহৰ কৰ্ত্তব্য আছিল জ্ঞানৰ পোহৰ বিলোৱা আৰু জীৱনক সম্পদশালী কৰা, কিন্তু তাৰ ঠাইত এনে কিছুমান মানুহ গঢ়া হ'ল যিবিলাকৰ দ্বাৰা গাৱঁলীয়া জীৱনৰ আনন্দ তেনেই শুহি পেলালে।

বৃটিছ যুগত এই শিক্ষাৰ যিয়ে আৰ্থিক আৰু ৰাজনৈতিক বিশেষত্ব নাথাকক সেই বিশেষত্ব আৰু থাকিব নোৱাৰে আৰু নেথাকে। আমাৰ আজিৰ প্ৰধান সমস্যা হ'ল কেনেকৈ পৃথিবীৰ আন আন দেশৰ লগত আমাৰ এই আৰ্থিক আৰু সাংস্কৃতিক ব্যৱধান গুছাব পাৰি। এই বিষয়ত পলম কৰিলে কেৱল আমাৰ স্বাধীনতায়েই নহয় আনকি আমাৰ অস্তিত্বও বিপদত পৰিব। এই গতিপথ ঠিক কৰিবৰ কাৰণে আমাৰ প্ৰত্যেকেই



গাইগুটিয়াকৈ আৰু গোটেই জাতিয়ে অধ্যৱসায়েৰে সমূহীয়াকৈ যত্নবান হলেহে কৃতকাৰ্য্য হব পাৰিম। তেতিয়াহে ই সম্ভৱপৰ হব যেতিয়া প্ৰত্যেকৰ আভ্যন্তৰিণ ব্যক্তিত্বৰ গঠন প্ৰণালী আৰু সাম্প্ৰদায়িক জীৱনৰ মাজত থকা ব্যৱধান পূৰ্ণ হব।

এতিয়া প্ৰথম আৰু জৰুৰী ব্যৱস্থা হৈছে আমাৰ ঐতিহাসিক পৰম্পৰা কেইটাৰ মজাত ঐক্য স্থাপন কৰা। মোৰ কাৰণে স্পষ্ট হৈ আছে যে এই ঐক্য সম্ভৱ হব একমাত্ৰ ইউৰোপীয় ধাৰাটো আৰবীয় ধাৰাৰ লগত সাঙুৰি আমাৰ দেশীয় প্ৰৱাহিত সুঁতিটোৰ লগত মিলাব পাৰিলেই। মই দেশীয় ধাৰাটোক সাংস্কৃতিক বা নৈতিক দৃষ্টিকোণৰ পৰা ইউৰোপীয় বা আৰবীয় ধাৰাতকৈ উচ্চ বুলি ভাবি এইদৰে কোৱা নাই। এই ক্ষেত্ৰত আমাৰ আগত ভাল বেয়া বোলাৰ প্ৰশ্ন নাই। মই এই পক্ষ সমৰ্থন কৰাৰ কাৰণ এয়ে আমাৰ মানুহৰ সাংস্কৃতিক জীৱনৰ ভেটি হৈছে দেশীয় সুঁতিটো। আমাৰ অন্ততঃ শতকৰা নব্বৈ ভাগৰে জীৱন এই ভিত্তিতে নিৰ্ভৰ কৰিছে বুলি কলে কোনেও নুই কৰিব নোৱাৰে। সেয়েহে যদি আমাৰ দেশীয় ধাৰাতকৈ ইউৰোপীয় বা আৰবীয় ধাৰাটো বেছি উন্নত বুলি ধৰিলৈ দেশীয় ধাৰাটোক বুৰঞ্জীৰ পিচৰ যুগত অহা সুঁতি কেইটাৰ লগত যদি বলেৰে লগ খুৱাবলৈ চেষ্টা কৰোঁ তেন্তে সেই চেষ্টা নিষ্ফল হবই। ওপৰত উল্লেখ কৰা দুয়োটা সুঁতি আমাৰ দেশীয় সুঁতিটোৰ লগত মিল হোৱা মানে সেই দুয়োটা সুঁতিৰ বিশেষ গুণ সমূহ দেশীয় সুঁতিটোৰ লগত মিল হৈ প্ৰত্যেক ভাৰতীয়ৰ জীৱন ৰূপায়িত কৰা। গালিবৰ কবিতা আৰু শ্বেক্সপিয়াৰৰ নাটক সমূহ মাত্ৰ কেইজন মানৰ বাবে নহৈ বেছিভাগ ভাৰতীয়ৰে সম্পত্তি স্বৰূপ হোৱাহেঁতেন মই বেছি ভাল পালোঁহেঁতেন। লগতে যিসকলে আমাৰ দেশীয় সংস্কৃতিক ঘৃণাৰ চকুৰে চায় তেওঁলোক অন্ততঃ ইয়াত থকা শিল্প আৰু সাহিত্যিক সৃষ্টিসমূহৰ সাৰ্থকতা আছে নে নাই তাক জানিবৰ কাৰণে চেষ্টা কৰিলেহেঁতেন। আমাৰ দেশৰ বিভিন্ন সাংস্কৃতিক ধাৰাৰ কলা আৰু সাহিত্যিক সৃষ্টিসমূহক ঘৃণাৰ চকুৰে নেচাবৰ কাৰণে এই দেশত থকা প্ৰত্যেক ব্যক্তিৰেই কৰ্ত্তব্য। আন হাতেদি একাগ্ৰতাৰে সৈতে তেওঁলোকে সেইবোৰৰ অনুশীলন কৰিব লাগে। যেতিয়া মই শ্বেক্সপিয়াৰৰ নাটক নাইবা

গালিবৰ কবিতাৰ উল্লেখ কৰোঁ। তেতিয়া বুজিব নালাগে যে প্ৰত্যেক ভাৰতীয়ই বাধ্য হৈ ইংৰাজীত নাইবা ফাৰ্চীবহুল হিন্দী ভাষাত সেইবোৰ পঢ়িব লাগিব। অৱশ্যে যিসকলে ইচ্ছা কৰে তেওঁলোকে আনন্দৰে তেনেকৈ অধ্যয়ন কৰিব পাৰে। কিন্তু মই ইয়াকে বুজোঁ যে যিসকলে সেই ভাষা নাজানে তেওঁলোকেও যাতে নিজা ভাষাত এনে সাহিত্যিক সৌন্দৰ্য্য-সম্পন্ন আৰবীয় আৰু ইউৰোপীয় কৃষ্টিসমূহ পঢ়িবলৈ সুবিধা পায়। আমাৰ বিশ্ববিদ্যালয়বোৰৰ কৰ্ত্তব্য এয়ে হোৱা উচিত কেনেকৈনো এই আৰবীয় আৰু ইউৰোপীয় সংস্কৃতিৰ কলা-কৃষ্টিসমূহ ছাত্ৰসকলে সহজে পায়। ইয়াৰপৰা ইয়াকো বুজায় যে আমাৰ বিশ্ববিদ্যালয় সমূহত নাইবা আন শিক্ষানুষ্ঠানত যিবোৰ পাঠ্যপুথি পঢ়োৱা হয় তাত এনে ধৰণৰ পাঠ থাকিব লাগে যিবিলাকৰদ্বাৰা এই ঐতিহ্যপূৰ্ণ কলা কৃষ্টিৰ সন্ধান পাব পাৰি। আমি যদি আমাৰ সকলো ভাই-ককাইক এই পথত আগুৱাই নিয়াত কৃতকাৰ্য্য হব পাৰোঁ তেন্তে আমি আমাৰ ভিতৰুৱা আৰু সামাজিক ঐক্য সাধনতো কৃতকাৰ্য্য হব পাৰিম। তেতিয়াই আমাৰ সৰ্ব্ব-সাধাৰণ আৰু শিক্ষিত শ্ৰেণীৰ মাজত যি ব্যৱধানৰ প্ৰাচীৰ আছে সি ধ্বংস হব বুলি মোৰ দৃঢ় বিশ্বাস। এই সূত্ৰত গান্ধীজীয়ে নিৰ্দ্দেশ দি যোৱা যঁতৰ আৰু খদ্দৰ, তৃতীয় শ্ৰেণীৰ ভ্ৰমণ আৰ ভাৰতীয় ধৰণত খোৱা বোৱা আৰু পিন্ধা-উৰাব দ্বাৰা শিক্ষিত শ্ৰেণী আৰু সাধাৰণৰ মাজত হেৰাই যোৱা যোগসূত্ৰ ঘূৰাই অনাৰ কথা মই ইয়াত উল্লেখ কৰোঁ। এই ঐক্য ঘূৰাই আনি তেওঁ এনে এটা ক্ষমতা, উদ্যম আৰু শক্তি দিলে যিটো হয়তো আমি শ শ বছৰ ধৰি পোৱা নাছিলোঁ। আমি সৰ্তক হব লাগিব যাতে আমাৰ দোষত এই উদ্ধাৰ হোৱা ঐক্য আকৌ নেহেৰায়। বৰ্ত্তমান কিছুমান শিক্ষিত মানুহে ভাৱে যে গান্ধীয়ে সম্পাদন কৰা ভাৰতীয় কৰণ ইংৰাজৰ বিপক্ষে স্বাধীনতা সংগ্ৰাম চলাবলৈ সঁচাকৈয়ে নিখুঁত উপায় আছিল, কিন্তু আজিৰ পৰিবৰ্ত্তনশীল অৱস্থাত এই পন্থা কেৱল অনাৱশ্যকেই নহয় আনকি পশ্চাদ্‌গমনীয় আৰু প্ৰতিক্ৰিয়াশীলো। এই সকলে গমি চাব পৰা নাই যে আমাৰ সমাজৰ শিক্ষিত সম্প্ৰদায় আৰু সৰ্ব্বসাধাৰণৰ মাজত যি যোগসূত্ৰ বিচ্ছিন্ন হৈ আছে তাৰ পৰা কিমান ভয়ানক বিপদৰ সৃষ্টি হৈছে। মই ভাল দৰে উপলব্ধি কৰিব



পৰিছোঁ যে আমি বিজ্ঞান, সাহিত্য আৰু কলাৰ যিমান পাৰো বিস্তাৰ কৰিব লাগে, কিন্তু যি সূত্ৰৰ দ্বাৰা আমি সৰ্ব্বসাধাৰণৰ লগত একত্ৰিত হৈ আছো সেইডাল বিচ্ছিন্ন হৈ যাওক বুলি মই মানি লবলৈ ৰাজি হব নোৱাৰোঁ। আনদেশীয় পোছাক পিন্ধি যেনেকৈ বিজ্ঞান অধ্যয়ন কৰিব পাৰি ঠিক তেনেকৈ ভাৰতীয় সাজেৰে সৈতেও কৃতকাৰ্য্যতা লাভ কৰিব পাৰি।

মই বুজি নেপাও কেনেকৈ আনদেশীয় সাহিত্য ভাৰতীয় ভাষাৰ যোগেদি পঢ়িলে আনন্দ হেৰাব পাৰে। সেয়েহে মই যিমান পাৰো সিমান ভাৰতীয় বিশ্ববিদ্যালয়বোৰক টানি ধৰিম যাতে এই অনুষ্ঠানবোৰ ভাৰতীয় সাহিত্য আৰু প্ৰথা সমূহৰ প্ৰতি উদাসীন হৈ নেথাকে আৰু যেন ভাৰতীয় সাহিত্য বাধ্যতা মূলক বিষয় স্বৰূপে ছাত্ৰসকলক শিকোৱা হয়। লগতে ইয়াকো চেষ্টা কৰিব লাগিব যাতে এটা ভাৰতীয় ভাষা শিক্ষাৰ মাধ্যম ৰূপে লৈ অতি সোনকালে বিশ্ববিদ্যালয় সমূহত শিক্ষা দিব পৰা হয়। যেতিয়া আমি এনে কৰিব পাৰিম তেতিয়া হে আমাৰ সম্প্ৰতি থকা ব্যক্তিত্বৰ বিভাজন সম্পূৰ্ণৰূপে আঁতৰ হব। দ্বিতীয়তে, বৰ্ত্তমান যেনেকৈ বিশ্ববিদ্যালয় সমূহে টোকা কাগজৰ দৰে গাৱঁৰ প্ৰতিভাক শুহি পেলাইছে তাৰ পৰিবৰ্ত্তে মই কামনা কৰোঁ যেন এই অনুষ্ঠান সমুহে নিজৰ অনুদানেৰে গাওঁবোৰ চহকী কৰিব। এইটো তেতিয়াহে সম্ভৱপৰ হব যেতিয়া নগৰবোৰত বসবাস কৰা ব্যৱস্থা গাৱঁৰে সৈতে একেবাৰে পাৰ্থক্যহীন হব; ইয়াৰ দ্বাৰা মই ইয়াকে বুজোৱা নাই যে গাৱঁলীয়া জীৱনৰ যিখিনি দোষ আছে সেইবোৰ নগৰলৈ আনিব লাগে, কিন্তু মই এইটো অনুভৱ কৰিছো যে বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে আজি যি ধৰণৰ আড়ম্বৰ আৰু বিলাসিতাৰে থাকে তাৰ কোনো বিশেষ আৱশ্যক নাই। মহাত্মা গান্ধীৰ আশ্ৰমৰ জীৱন গ্ৰাম্য জীৱনৰে প্ৰায় একে আছিল, অৱশ্যে গাৱঁৰ জীৱনৰ দোষবোৰ তাত নাছিল। মোৰ বোধেৰে আমি কিছুমানে সেই জীৱনটো আমাৰ বিশ্ববিদ্যালয়তো প্ৰচলন কৰাৰ চেষ্টা কৰিব লাগে। এনে কৰিব পাৰিলে এই ছাত্ৰসকলৰ গাৱঁলৈ যাবলৈ আৰু গাওঁসমূহক সংস্কৃতিৰ কেন্দ্ৰ স্বৰূপে আগবঢ়াই নিবলৈ মানসিক আৰু সাংস্কৃতিক অনিচ্ছা নেথাকিব বুলি মই নিশ্চিত হৈ কব পাৰোঁ। যদি এনে দৃষ্টিভঙ্গীৰ সালসলনি বিশ্ববিদ্যালয়ৰ যোগেদি হয়

তেন্তে যি সাংস্কৃতিক প্ৰাচীৰে নগৰবিলাকক দ্বিখণ্ডিত কৰিছে আৰু গাওঁ আৰু নগৰৰ মাজত যি ব্যৱধানৰ সৃষ্টি হৈছে সি আৰু নেথাকিব। ইয়াৰ দ্বাৰা গাওঁৰ প্ৰতিভাশালী ব্যক্তি গৈ নগৰত বসবাস কৰাৰপৰা বিৰত থাকিব আৰু আমাৰ শিক্ষিত ব্যক্তিৰ মাজত ব্যক্তিত্বৰ যি বিভাজন আছে সিও শেষ হব।

এই বৈপ্লবিক পৰিবৰ্ত্তন অনাৰ দায়িত্ব ভাৰতীয় বিশ্ববিদ্যালয়বোৰৰ ওপৰত। যদি বিশ্ববিদ্যালয় সমূহে স্বীকাৰ কৰে যে এই অনুষ্ঠানবোৰ ভাৰতীয় লোকৰ বাবেই, আৰু এই অনুষ্ঠান সমূহৰ জৰিয়তেই জ্ঞানৰ আৰু আদৰ্শৰ প্ৰতি শ্ৰদ্ধা সৰ্ব্বসাধাৰণৰ জীৱনত প্ৰৱৰ্ত্তন কৰিব পাৰি, তেন্তে এই বিশ্ববিদ্যালয়সমূহে যথেষ্ট যত্ন লব লাগে, কেনেকৈনো এই পৰিবৰ্ত্তন আনিব পাৰি। লগতে মই আপোনালোকক অৰ্থাৎ ইয়াৰ ডিগ্ৰীধাৰী সকলক সানুনয়ে অনুবোধ জনাও যেন খেতিয়কসকলে শিক্ষা দি আপোনালোকক যি দায়িত্ব দিছে তাৰ বিনিময়ত আপোনালোকে তেওঁলোকৰ সেৱাত আত্মনিয়োগ কৰিব। হেজাৰ বিজাৰ ঘৰ আপোনালোকে পোহৰাব লাগিব। আপোনালোকৰ হাতত এনে এটা জেঁাৰ আছে যিটোৰে আন জেঁাৰ জ্বলোৱাৰ পিচতো আপোনালোকৰটো আৰু উজ্জ্বল হৈ পৰে। আপোনালোকৰ এটা সম্পত্তি আছে যিটোৰপৰা দিয়ে মানে বাঢ়ি গৈ থাকে। আপোনালোকৰ সম্পত্তি আৰু পোহৰ দি দেশৰ হেজাৰ-বিজাৰ ল'ৰা-ছোৱালীক নতুন প্ৰাণ দিব পাৰে। দৃঢ়তাৰে সৈতে আগবাঢ়ি যাওক — এইবোৰ দায়িত্ব পালন কৰি যাওক। মোৰ আন্তৰিক কামনা আৰু প্ৰাৰ্থনা জনাও যেন ভগৱানে আপোনালোকক জীৱন সংগ্ৰামত জয়যুক্ত হবলৈ শক্তি আৰু জ্ঞান দিয়ে।

———

# মানুহৰ স্বৰূপ

[নতুন দিল্লীত অনুষ্ঠিত ইউনেস্কোৰ এখন চেমিনাৰত দিয়া ভাষণ। নেহৰুৰ আদৰ্শবাদী চিন্তা ধাৰা ইয়াত সুস্পষ্ট।]

এই সমাৰোহৰ শেষ অধিবেশনত যোগ দিয়াৰ সুযোগ লভা বাবে আপোনালোকৰ ওচৰত মই কৃতজ্ঞ। ইয়াত আপোনালোক সকলোটিকে আদৰণি জনাবৰ বাবে আৰম্ভণিৰ অধিবেশনত যোগ দিব নোৱাৰাত আপোনালোকৰ ওচৰত মই ক্ষমা প্ৰাৰ্থনা কৰিবই লাগিব। মই এই সমাৰোহলৈ বৰ হেঁপাহ কৰি আছিলোঁ—কেৱল উদ্বোধন কৰাৰ গতানুগতিক দায়িত্বটো পালন কৰিবৰ বাবেই নহয়; বৰঞ্চ সভাপতি ডাঙৰীয়াই কোৱাৰ দৰে আপোনালোকৰ আলাপ আলোচনাত কিবা উপায়েৰে অংশ গ্ৰহণ কৰিবৰ বাবে আৰু সেই বিলাকৰপৰা যি পাৰোঁ শিকাৰ চেষ্টা কৰিবৰ বাবে। তাকে কৰিব নোৱাৰি মই বৰ হতাশ হৈছিলোঁ।

মোক দু-আষাৰ মান কবলৈ অনুবোধ কৰি আপোনালোকে মহানুভৱতাৰ পৰিচয় দিছে। পিচে দূৰ দূৰণিৰ দেশবোৰৰপৰা অহা ইমান প্ৰথিতযশা বন্ধুবৰ্গৰ উপস্থিতিত মই অলপ দ্বিধা বোধ কৰিব লগাত পৰিছোঁ। তেওঁলোক বিশেষজ্ঞ আৰু প্ৰভূত অভিজ্ঞতা পুষ্ট নৰ-নাৰী। আপোনালোকৰ বিতৰ্কৰ বিৰাট বিষয়টোৰ সম্বন্ধে কবলৈ যোৱাটো মোৰ পক্ষে ধৃষ্টতা মাথোন। আপোনালোকৰ কেইখন মান অধিবেশনত যোগ দিয়াৰ সুযোগ সুবিধা মই যদি পালোঁহেঁতেন, তেনেহলে কোনে কি কৈছে মই শুনি গলোঁহেঁতেন; হয়তো সময়ত অংশও গ্ৰহণ কৰিলোঁহেঁতেন নাইবা দুই এটা প্ৰশ্নকে কৰিলোঁহেঁতেন। তথাপি বেচি ভাগ সময় শুনিয়েই থাকিলোঁহেঁতেন। আপোনালোকৰ মনত কি আছে আৰু আমাৰ সমুখত দেখা দিয়া সমস্যাবোৰ বুজি উঠাত সি মোক সহায় কৰিব; সেইটো উলিয়াবৰ বাবে মই বৰ উদগ্ৰীৱ আছিলোঁ; সেয়েহে মই শুনি গলোঁহেঁতেন।

মোৰ বিশ্বাস আমাৰ বেচি ভাগেই অধুনাতন সমস্যাৱলীৰ জটিলতাত ভাৰাক্ৰান্ত হৈ পৰিছে। আমি দৈনন্দিন জীৱন চলাই আছো আৰু দৈনন্দিন

জঞ্জাল মাৰি আছো ; পিচে সেয়েই যথেষ্ট নহয়। এই দিনটীয়া চকৰটোৰ বাহিৰেও মানুহে কিবা এটা বিচাৰে আৰু বিশ্বক জড়িত কৰা সমস্যাবোৰনো কেনেকৈ সমাধা কৰিব পৰা যায় তাৰ চেষ্টা কৰে। অৱস্থাই যাক ডাঙৰ দায়িত্বৰ পদত অধিষ্ঠিত কৰিছে, তেওঁৰ পক্ষে এইবোৰ সমস্যাৰ বিষয়ে একো নভবাকৈ চলাটো বিশেষ ভাবে টান কথা। যোৱা কেই সপ্তাহ ধৰি এই মহান দেশখনত মই পৰিভ্ৰমণ কৰিছোঁ আৰু অগণন লোক - মোৰ দেশৰ মুনিহ তিৰোতাৰ উদ্দীপ্ত জনতা—দেখা পাইছোঁ। সেই দেখি মই নিতান্ত ভাবিব লগাত পৰিছোঁ—এই মানুহবোৰনো কি হব ; তেওঁলোকেনো কি ভাবিছে আৰু তেওঁলোক কোন ফালেনো যাব খুজিছে। এই প্ৰশ্নবোৰ আমাৰ গাতো খাটে ; কাৰণ আমি একেখন নাৱৰে যাত্ৰী। ইয়াৰ পিচত মোৰ চিন্তা হয় অন্যান্য দেশৰ জনগণৰ কথা। সেই অতবোৰ মনুষ্য জীৱৰ বিষয়ে একা ? আমাৰ ইয়াত লগ লগা কেইজনমানে ৰাজনৈতিক ক্ষেত্ৰত কাম চলাই আছে আৰু জাতি বৰ্গৰ ভাগ্য নিৰ্ণয় কৰাৰ ভূমিকা লৈছে। আমাৰ সিদ্ধান্ত সমূহে উক্ত জন-প্ৰাণীবোৰক কেনেকৈ সংস্পৰ্শ কৰিব ? সেই সকলৰ কথা আমি ভাবিছোনে টোকা সাল বদল কৰা আৰু সময়ত ইজনে সিজনৰ বিৰুদ্ধে কৰ্কশ শব্দ প্ৰয়োগ কৰা কূটনীতিজ্ঞ ৰাজনীতিজ্ঞ বা তেনে লোকৰ উত্তুঙ্গ আকাশত আমি জহি আছোঁ ? এই মহান বিশ্ব ইয়াৰ জনপ্ৰাণীৰ বিশাল তৰঙ্গ আৰু আমি পৰিবৰ্ত্তনৰ যি উদ্দাম গতিৰে যাব লাগিছো, তালৈ চাই ৰাজনীতিকে তেনে শূন্য গৰ্ভ যেন লাগে। আপোনালোকে ইয়াত চিন্তা কৰা সমস্যাৱলীৰ সম্পৰ্কত নতুন তথ্য যোগাবলৈ মোৰ একোৱেই নাই ; বৰঞ্চ মোৰ মনত থকা কিছুমান আউল লগা কথাহে মই আপোনালোকৰ ওচৰত ব্যক্ত কৰিব খোজো আৰু মোৰ বিশ্বাস, আপোনালোকে ইয়াত পৰম্পৰৰ ভিতৰত চলোৱা আলাপ-আলোচনাৰ প্ৰতিবেদন কিছুমান পঢ়ি চোৱাৰ সুযোগ মোৰ এতিয়া হব ; তেতিয়া হয়তো উক্ত সমস্যাৱলীৰ কিছুমান সমাধান কৰাৰ পন্থা হৃদয়ঙ্গম কৰাত এই ভাষণবোৰে মোক সহায় কৰিব।

এতিয়া, মোৰ এটা ঘাই চিন্তা হ'ল এই ঃ মই যিটোক মনৰ জীৱন বুলিব পাৰোঁ, তাৰ লগত আধুনিক জগতখন তেনেই বজিতা খাই নপৰা যেন হৈছে



বুলি যি প্ৰকাৰেই নহওক মোৰ প্ৰতীতি জন্মিছে—আত্মাৰ জীৱনটোৰ কথা সহৰতে বাদেই দিছোঁ। অথচ আধুনিক জগতখন হ'ল সম্পূৰ্ণ মনৰ জীৱনৰ পৰিণতি। সি যি নহওক লাগে, আমাৰ চৌপাশে যিবোৰ দেখিছোঁ বা অনুভৱ কৰিছোঁ, সেই সকলোবোৰেই হ'ল মানৱীয় মনৰেই সৃষ্টি ; তত্ৰাচ বিস্ময়কৰ হলেও এনেহে বোধ জন্মে আধুনিক জগতত যেন মনৰ কামৰ গুৰুত্ব উত্তৰোত্তৰ কমি গৈছে অথবা ই আগেয়ে যিমান গুৰুত্বপূৰ্ণ আছিল, এতিয়া যেন সিমান হৈ থকা নাই। ক্ষেত্ৰ বিশেষে বহু কাম কৰিব পাৰে। ই তেনে কৰে বাবেহে জীৱনৰ এই বিশেষ ক্ষেত্ৰবোৰত আমি ইমান অগ্ৰগতি সাধিব পাৰিছোঁ। ইমানতো সাধাৰণ ভাবে কবলৈ গলে, স্বয়ংসম্পূৰ্ণ হিচাবে মনে কৰিব লগা কাম যেন উত্তৰোত্তৰ কমিহে গৈছে। এইটো মোৰেহে ধাৰণা। এই ধাৰণা যদি শুদ্ধ হয়, তেন্তে যি সভ্যতা আমি গঢ়ি আনিছো বা গঢ়িলো, তাৰ মূলতে কিবা এটা খুঁত বৈ গৈছে। ইমান দ্ৰুততৰ ঘটা পৰিবৰ্ত্তন বাশিয়ে জীৱনৰ অন্যান্য কিছুমান দিশতহে জোৰ দিছে। যি ধৰণে মনে কাম সমাধা কৰা উচিত আছিল আৰু বিশ্বৰ বুৰঞ্জীৰ আগছোৱাত যি ধৰণে কাম চলোৱাত ই অভ্যস্ত হৈ উঠিছিল, তেনে কৰাৰপৰা মনক উক্ত পৰিবৰ্ত্তন বাশিয়ে বিৰতহে কৰিছে। সেয়ে যদি সঁচা হয়, তেনেহলে বিশ্বৰ পক্ষে ই নিশ্চয় শুভ লক্ষণ নহয় ; কিয়নো যি ভিত্তিৰ ওপৰত আমাৰ সভ্যতা পৰিপুষ্ট হৈছে, যাৰ ওপৰত ভৰ দি মানুহ দোপত দোপে উঠি গৈ আজিৰ উত্তুঙ্গ শিখৰ পাইছে গৈ, সেই সৌধৰ ঘাই ভেটীটোৱেই কঁপি উঠিছে।

ভাৰতত আমাৰ মানুহক লগা নিত্য প্ৰয়োজনীয় বস্তুবোৰৰ বাবেহে আমি বেছি উদগ্ৰীৱ। আমাক আমাৰ মানুহৰ বাবে লাগে অন্ন, বস্ত্ৰ, আশ্ৰয় স্থান বা গৃহ স্থান ; আমাক লাগে শিক্ষা, জনস্বাস্থ্য আৰু কত কি ? এই প্ৰাথমিক চাহিদাবোৰ পূৰণ নোহোৱাকৈ মনৰ জীৱন বা আত্মাৰ জীৱনৰ বিষয়ে ওলোৱাটো মই নিৰৰ্থক যেন দেখোঁ। অনাহাৰগ্ৰস্ত মানুহ এজনৰ আগত আপুনি ভগৱানৰ কথা উলিয়াব নোৱাৰে ; আপুনি প্ৰথমে তেওঁক দিব লাগিব এমুঠি অন্ন। এই প্ৰাথমিক আৱশ্যকতাবোৰ পূৰণৰ অৰ্থে যত্নবান হব লাগিবই ; সেইটো ঠিক। তত্ৰাচ এইবোৰৰ আদৰ্শ বা লক্ষ্য কেনেবাকৈ যদি মনৰ গঢ়ৰ লগত ক্ৰমাগত সম্পৰ্কবিহীন হৈ আহে, তেনেহলে কিবা এটা

দোষ তাত নিশ্চয় ওলাব। মই যিটো কৈছো সেইটো শুদ্ধ হয় নে নহয় আৰু আপোনালোকে ইয়াত সম্মত হয়নে নহয়, মই কব নোৱাৰো, আৰু ই শুদ্ধ হলেও ইয়াৰ প্ৰতিকাৰৰ অৰ্থে কি কৰিব পাৰি মই নেজানো।

আধুনিক সভ্যতাৰ কৃতিত্বৰ—বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ প্ৰয়োজন আৰু প্ৰসাৰণৰ মই এজন উচ্চ প্ৰশংসক, অৱশ্যে সেই বুলি কৰলৈ আপোনালেকে যদি দিয়ে সেইবোৰ লৈ মানৱতাই বৰাই কৰাৰ স্থল নিশ্চয় আছে। তথাপি এই সাফল্যৰাজিয়ে যদি ভবিষ্যতে বুদ্ধিৰ শক্তি হ্ৰাস কৰে —মনৰ অৱনতি ঘটিলে তেনে হবই—তেনেহলে এই গতি ধাৱাত কিবা এটা খুঁত নিশ্চয় থাকিব লাগিব ; সেইটো দেখাতে ওলাই আছে। মই আকৌ আত্মাৰ উল্লেখ কৰিব খোজা নাই ; কিন্তু সিও পটভূমিলৈ নহাকৈ থকা নাই। মানসিক অৱনতি বা নৈতিক অধঃপতনৰ গৰাহত বিশ্ব যদি পৰে, তেনেহলে সভ্যতা বা সংস্কৃতিৰ গুৰিতে কিবা এটা ভুল হৈ যাব। তেনেটো সভ্যতা টনা-আজোৰা কৰি বুজন কাল এছোৱাৰ বাবে চলি থাকিব পাৰিলেও উত্তৰোত্তৰ নিস্তেজ হৈ যাব আৰু শেষান্তৰত ঢলি পৰিবগৈ। অতীত বুৰঞ্জীৰ যুগবোৰৰ ওপৰত মই যেতিয়া দৃষ্টিপাত কৰোঁ, তেতিয়া কিছুমান যুগ বৰ উজ্জ্বল যেন দেখোঁ। সেইবোৰে মানৱীয় মনৰ মহান সাফল্যৰাজি প্ৰদৰ্শায় ; কিন্তু কিছুমানে তেনে কৰিব নোৱাৰে। একো একোটা জাতি উচ্চ শিখৰলৈ উঠি আপাততঃ ম্লান পৰি যোৱা—বিশেষকৈ তেওঁলোকে অৰ্জ্জন কৰা সাফল্যৰ দৃষ্টি ভঙ্গীৰপৰা—ম্লান পৰি যোৱা দেখা যায়। অপেক্ষাকৃত উচ্চতৰ সংস্কৃতিকো ম্লান কৰি পেলোৱাৰ কিবা খুঁত আজি ঘটিছে নেকি আৰু আধুনিক সভ্যতাৰ স্তম্ভত ই অন্তৰ্জ্জাত দুৰ্ব্বলতা এটাৰ সূচনা কৰিছে নেকি, সেইটো এতিয়া মোৰ পক্ষে চিন্তাৰ কাৰণ হৈ পৰিছে।

ইয়াৰ পিচতে মোৰ মনত উদয় হোৱা প্ৰশ্নটো হ'ল এই যে কেনে ধৰণৰ পৰিপাৰ্শ্বই আটাইতকৈ উত্তম বিধৰ মানুহ সৃষ্টি কৰিব পাৰে। আপোনালোকে শিক্ষাৰ বিষয়ে কৈছে ; সেইটো দেখাতে বৰ প্ৰয়োজনীয়। কিন্তু স্কুলীয়া বা কলেজীয়া শিক্ষাৰ বাহিৰেও আমাৰ চৌপাশে থকা গোটেই পৰিপাৰ্শ্বই মনুষ্য জীৱৰ ক্ৰম-বিকাশ স্বাভাৱিকতে প্ৰভাৱান্বিত কৰে। কেনে ধৰণৰ পৰিপাৰ্শ্বই বুৰঞ্জীৰ এই মহান যুগবোৰৰ সৃষ্টি কৰিলে ? আমি



সেই পৰিপাৰ্শ্বৰ ফাললৈকে গৈছোনে—মানৱ জীৱনৰ বিভিন্ন ক্ষেত্ৰত অশেষ অগ্ৰগতি সাধিব পৰা সত্ত্বেও আমি তেনে পৰিপাৰ্শ্বৰপৰা ফালৰি কাটি আহিছোঁ ? প্ৰায় দুশ বছৰৰ আগতে আৰম্ভ হোৱা উদ্যোগ বিপ্লৱে ডাঙৰ ডাঙৰ পৰিবৰ্ত্তন আনি দিলে—মোটামুটি ভাৱে ভালৰ হকেই। সেই গতি চলিয়েই আছে বুলি মই ধৰি লৈছোঁ আৰু এই পৰিবৰ্ত্তনৰ মাত্ৰা ক্ৰমাগত বাঢ়ি গৈছে। ই আমাক ক'লৈ নিছে ? এফালেদি ই আমাক বিষম বিবাদৰ ফালে ঠেলি নিছে ; বোধ হয় ভবিষ্যতৰ গৰ্ভত আমাৰ বাবে বেছিহে ডাঙৰ বিবাদ আছে আৰু এইবোৰে মানৱতাৰ সুবৃহৎ অংশ এটাক উমৈহতীয়া দুৰ্য্যোগৰ গৰাহত পেলোৱাৰ উপক্ৰম কৰিছে।

এহাতে প্ৰগতি আৰু নিৰ্ম্মাণ প্ৰচেষ্টা, আনহাতে আমি যি নিৰ্ম্মাণ কৰিছো, সেই সকলো মষিমূৰ কৰি পেলোৱাৰ উক্ত উপাদান—এই দুটাৰ মাজত চলা প্ৰতিদ্বন্দ্বিতাৰ মূলগত বিৰোধিতা এটা ৰৈ গৈছে। দুয়োটা অপৰিহাৰ্য্য আৰু দুয়োটাৰ লগতে তাল মিলাই চলিব লাগিব— আমাৰ বেছিভাগ এনেহে জ্ঞান কৰা যেন দেখা গৈছে। ই বৰ আচহুৱা কথা যে আমি নিৰ্ম্মাণ কৰি যাবও খোজো আৰু আমি যি নিৰ্ম্মাণ কৰিলোঁ, সেই সকলোখিনিৰ সম্ভাব্য বিনাশৰ বাবেও লগে লগে চকু দিওঁ। এই বিনাশৰ বাহ্যিক প্ৰকাশ যুদ্ধৰ যোগেদিও হব পাৰে ; কিন্তু তাতকৈ বেচি বিপজ্জনক হ'ল মন আৰু আত্মাৰ বিনাশ। মন আৰু আত্মাৰ বিনাশ ঘটিলে উভয়ৰে বাহ্যিক প্ৰতীকবোৰৰো বিনাশ ঘটিব পাৰে। পাৰ ভাঙি বৈ যোৱা উদ্যোগ-বিপ্লৱৰ ক্ৰমবিকাশৰে ই কিবা পৰিণতি নেকি, মই ভাৱি তবধ মানিছোঁ। স্বাচ্ছন্দ্য আৰু বিলাসৰ মাজেদি কৃত্ৰিম জীৱন যাপন কৰা নগৰবাসী এজনে যি দৰে সম্ভৱতঃ মাটিৰ লগত—আনকি সময়ত বেলিৰ পোহৰৰ লগতো—নিজৰ সম্বন্ধ হেৰুৱাই পেলায়, সেইদৰে জাতিক, মানৱতাক বা ব্যক্তিক শক্তি যোগোৱা ঘাই শিপা কেই ডালৰ লগত আমাৰো সম্বন্ধ হেৰাই আহিছে নেকি ? মনুষ্য জীৱক বিশেষ ভাৱে লগা কিবা এটা নগৰবাসী এজনে পাব নোৱাৰে। সেইদেখি মই কব খোজোঁ যে মাটি আৰু বেলিৰপৰা বিচ্ছিন্ন হৈ গোটেই মানৱ জাতিয়ে ক্ৰমাগত বেছিকৈহে কৃত্ৰিম জীৱন যাপন কৰিবলৈ

লৈছে। কথাটো ঠিক তেনেই নহয়নে ? এই ভাববোৰে মোক বিব্ৰত কৰিছে। যান্ত্ৰিক সভ্যতাৰ এই ক্ৰমবিস্তৃতিয়ে দেখাতে মহান সাফল্য অৰ্জ্জন কৰিলে আৰু বিশ্বক বহুদূৰ আগুৱাই লৈ গ'ল ; কিন্তু ই ক্ৰমান্বয়ে মানুহ আৰু মনকো ভাবগ্ৰস্ত কৰিছে। কামত সহায়তা হব বুলি ভাবি যি মনে যন্ত্ৰৰ উদ্ভাৱন কৰিলে, সেই মনেই ক্ৰমাগত যন্ত্ৰৰ দাস হৈ যাব ধৰিছে আৰু আমিও লাহে লাহে যন্ত্ৰ-অনুভূতি-পুষ্ট জাতিত পৰিণত হৈছোঁ।

মোৰ বিশ্বাস, কোনো এটা জন সমষ্টিৰ, ব্যক্তিৰ বা সমাজৰ সজীৱতাৰ জোখ লোৱা হয় সেই সমষ্টি, বা সমাজৰ সাহ—বিশেষকৈ সৃজনীমূলক কল্পনা শক্তি যদি নোহোৱা হয়, তেন্তে আমাৰ প্ৰসাৰণ উত্তৰোত্তৰ বিকৃতহে হব আৰু ইয়েই বিনাশৰ লক্ষণ। তেনেহলে আজি ঘটিছে কি ? আমি এই বিষয়ত উন্নতি সধাৰ চেষ্টা কৰিছোনে বিশ্বক যি বাস্তৱে বিজড়িত কৰিছে আৰু ৰাজনৈতিক দ্বন্দ্ব ; আৰ্থিক যুদ্ধ কিম্বা বিশ্বযুদ্ধত যিটোৰ পৰিণতি ঘটিবগৈ পাৰে ; সেই বাস্তৱক সংস্পৰ্শ নকৰাকৈ আলাসতে ক'ৰবাত বৰ্ত্তি আছো মাথোন ?

সেইদেখি প্ৰাচ্য কিম্বা প্ৰতীচ্য আদৰ্শ অনুযায়ী কল্পিত মানুহ সম্বন্ধে ধাৰণাৰ বিষয়ে বিচাৰ, বিতৰ্ক হলে বুৰঞ্জীমূলক আৰু সংস্কৃতিমূলক দৃষ্টিভঙ্গীৰপৰা সেইবোৰৰ প্ৰতি মোৰ প্ৰৱল ধাউতি জন্মে, যদিওবা বিশ্বখনক প্ৰাচ্য আৰু প্ৰতীচ্যত ভগোৱাৰ এই ভাৱটোৰ মই সদায় বিৰোধিতা কৰি আহিছো। এনে ধৰণৰ বিভাজনত মোৰ বিশ্বাস নাই। অৱশ্যে জাতিগত আৰু ৰাষ্ট্ৰীয় দৃষ্টি-ভঙ্গী আৰু আদৰ্শৰ ফালৰপৰা পাৰ্থক্য থকাটো হয় ; সেই বুলি প্ৰাচ্য আৰু প্ৰতীচ্যৰ বিচাৰ এনে ধৰণেই হোৱাটোৰ কোনো অৰ্থ নাই। আধুনিক পাশ্চাত্যই—অৰ্থাৎ ইউৰোপৰ সুবৃহৎ অংশ আৰু আমেৰিকাৰ দুই মহাদেশে গ্ৰীচ আৰু ৰোমৰপৰা আহৰণ কৰা কেতবোৰ পৰম্পৰাৰ ওপৰত প্ৰতিষ্ঠিত এক প্ৰকাৰ সভ্যতা উদ্ভাৱন কৰিছে—বিশেষকৈ যোৱা দুশ বছৰ বা তদ্ৰূপ সময়ৰ ভিতৰতে। অৱশ্যে প্ৰচণ্ড উদ্যোগিক বিকাশৰ ফলতহে পাশ্চাত্য যথাৰ্থ পাশ্চাত্যত পৰিণত হৈছে। এই পাৰ্থক্য মই এখন উদ্যোগীকৃত আৰু এখন অনুদ্যোগীকৃত দেশৰ মাজত দেখা পাওঁ। ধৰক, মধ্যযুগত ভাৰত আৰু ইউৰোপৰ মাজত পাৰ্থক্য ঃ এই পাৰ্থক্য মোৰ বোধেৰে



বৰ ডাঙৰ নাছিল আৰু এছিয়াৰ আজিৰ যি কোনো এখন বিৰাট দেশৰ লগত ইয়াৰ ৰিজনি খাটিলহেঁতেন।

মোৰ বোধেৰে আমি ভুলকৈ ভাবোঁ ; কাৰণ গতিধাৰাতে আমি আওবাট লৈছোঁ। কিছুমান পাৰ্থক্য আহি পৰিছে ; উদ্যোগীকৰণ আৰু যন্ত্ৰীকৰণৰ এই গতিয়ে সেই পাৰ্থক্যবোৰ গাঢ়তৰ কৰিছে। এই উদ্যোগীকৰণ আৰু যন্ত্ৰীকৰণে অশেষ ঐহিক কল্যাণ সাধন কৰিছে ; মানৱতাৰ পক্ষে ই আশীষ স্বৰূপ। কিন্তু ই একাধাৰে মনৰ জীৱনটো কলুষিত কৰি পেলাইছে আৰু তাৰ যোগেদি আত্মবিনাশৰ গতিত ইন্ধন যোগাইছে। মই সম্প্ৰতে যুদ্ধ বা তেনে প্ৰসঙ্গৰ আলোচনা কৰিব খোজা নাই। এছিয়া ইউৰোপ আৰু অন্যান্য ঠাইত বিভিন্নজাতিৰ উত্থান আৰু ক্ৰমাৎ পতন হোৱা আমি দেখি আহিছোঁ। আজি সেইটোৰে আমি প্ৰত্যক্ষদৰ্শী হৈছো নেকি ?

আমাৰ জীৱন কালত এইটো নঘটিবও পাৰে। অতীতত হওক নহওক এই বুলি প্ৰবোধ লভিবপৰা গৈছিল যে কোনোবা এটা বিশেষ খণ্ডতহে ঘটনাবোৰ ঘটে। পৃথিবীৰ এটা অংশত যদি কিবা অঘটন হয়, তেনেহলেও আনটো অংশ চলি থাকে। বৰ্ত্তমান গোটেই জগতখন জীৱনে মৰণে একেলগে সাঙোৰা গতিকে এই সভ্যতা যদি লয় বা ধ্বংস প্ৰাপ্ত হয়, তেন্তে ই গোটেই পৃথিবীখনকে অধঃপাতে নিব। পুৰণি কালৰ দৰে ইয়াৰ কোনোটো অংশই বাচি থাকিবলৈ নেপায়। তথাকথিত অন্ধকাৰ যুগটো ইউৰোপত চলি থকা কালত এছিয়াত—চীন, ভাৰত, মধ্য প্ৰাচ্য আৰু অন্যান্য ঠাইত গৌৰৱময় যুগ বিকশিত হৈছিল। তাহানিৰ দিনত যিদৰে সীমাবদ্ধ আছিল, সেইদৰে পৰিধি আৰু মাত্ৰাৰ ফালৰপৰা দুৰ্য্যোগো আছিল সীমাবদ্ধ। আজি প্ৰচণ্ড প্ৰগতিৰ যুগ এটাত উপনীত হোৱাৰ লগে লগে আমি প্ৰচণ্ড দুৰ্য্যোগৰ যুগ এটাতো ভৰি দিছোঁ। অলপ অচৰপ প্ৰগতি সাধি দুৰ্য্যোগৰ গণ্ডীও লগে লগে ঠেক কৰি আনিবলৈ আমাক সমৰ্থ কৰিব পৰা মধ্যম পন্থা এটা বিচাৰি উলিওৱাটো আমাৰ পক্ষে কিছু জটিল হৈয়ে পৰিছে। এয়ে হৈছে ঘাই প্ৰশ্ন। এই প্ৰশ্নৰ ব্যৱহাৰিক লুটি কেইটাই দায়িত্বৰ বোজা বহন কৰিব লগা লোক মাত্ৰকে বৰ বিব্ৰত কৰি তুলিছে। আপনালোকৰ সম্মেলনখনক এই প্ৰশ্নৰ ওপৰত আলোক-পাত কৰিবলৈ কোৱাৰ মই

হাবিয়াস কৰিছিলোঁ। মুখ্যতঃ উদ্যোগ বিপ্লৱে সৃষ্টি কৰা পৰিপাৰ্শ্বই ব্যক্তিক ভৱা চিন্তা কৰিবলৈ সময় বা সুবিধা নিদিয়া বাবেই বিশ্বৰ মানসিক জীৱনে অৱনতিৰ পথ লৈছে বুলি কোৱাত মই কিবা ভুল কৰিলো নেকি? বৰ্ত্তমান বহুতো ডাঙৰ ডাঙৰ চিন্তানায়ক যে আছে; সেই কথা মই অস্বীকাৰ কৰিব খোজা নাই; কিন্তু তেওঁলোক চিন্তাবিহীন বিশাল জনসমুদ্ৰত বুৰ যোৱাৰ সম্ভাৱনা খুবেই বেছি।

লোকতন্ত্ৰ সম্পৰ্কে আমি আলোচনা কৰি আহিছো আৰু নানা কথা কৈয়ে আছোঁ। মানুহক শাসন কৰিবৰ অৰ্থে আমাৰ অৱগতিলৈ অহা সমূহ বিভিন্ন পন্থাৰ ভিতৰত লোকতন্ত্ৰই যে আটাইতকৈ উত্তম, সেই বিষয়ে মোৰ অকণো সন্দেহ নাই। লগে লগে আমি আজি দেখা পাইছো—আজি মানে, মই যোৱা দুটা দশক বা তদ্ৰূপ সময়কে অৰ্থ কৰিছোঁ—কিবা অনিয়ন্ত্ৰিত আকাৰত লোকতন্ত্ৰৰ উত্থান। আমি লোকতন্ত্ৰৰ বিষয়ে চিন্তা কৰিলে উনৈশ শতিকাত বা কুৰি শতিকাৰ আগছোৱাত এই শব্দটো যি এক সঙ্কুচিত অৰ্থত ব্যৱহৃত হৈছিল, সেই অৰ্থতে ইয়াৰ চিন্তা কৰোঁ। তাৰ পিচত কাৰিকৰি বিদ্যাৰ অভাৱনীয় বিকাশৰ ফলত কিবা এটা ঘটি গ'ল আৰু ইতিমধ্যে লোকতন্ত্ৰৰ পৰিসৰো বৃদ্ধি পালে। ইয়াৰ ফল হ'ল এয়ে যে উদ্যোগ বিপ্লৱে পৰিপোষণ কৰা অগণন লোক আমি পাইছো যি সকলক বেছি ভৱা চিন্তা কৰিবলৈ উৎসাহ বা সুবিধা দিয়া নহয়। এওঁলোকে যি জীৱন যাপন কৰে, সি কায়িক স্বাচ্ছন্দ্যৰ দৃষ্টি ভঙ্গীৰপৰা চাব লাগিলে যি কোনো উপৰি পুৰুষৰ জীৱনতকৈ অতুলনীয় ভাৱে শ্ৰেয়ঃ; কিন্তু এওঁলোকে ভৱাৰ সুযোগ কদাচিৎহে পায়। অথচ লোকতন্ত্ৰৰ আমোলত এই সাগৰ-সঙ্কাশ মানৱ প্ৰাণীবোৰেই সদৌ শেষত শাসন চলাব, নতুবা যি সকলে শাসন চলায় তেওঁলোকক নিৰ্ব্বাচিত কৰিব।

যেনে বিধৰ মানুহ তেওঁলোকক লাগে, তেনে মানুহকে তেওঁলোকে মোটামুটি ভাবে নিৰ্ব্বাচন কৰি পঠাবনে? সেইটোত কিছু সন্দেহৰ অৱকাশ বৈ গৈছে। মই ভাবো দোষাচাৰ নঘটাকৈ সেইটো কৰ পৰা যায়—আৰু মই নিশ্চয় দোষাচাৰ নঘটাকৈয়ে কৰ পাৰিম; কাৰণ ময়ো সেই বিধ ৰাজনীতিজ্ঞৰে অন্যতম—যে বয়স্ক ভোটাধিকাৰৰ যোগেদি বৰ্ত্তমানৰ এই



লোকতান্ত্ৰিক প্ৰণালীয়ে বাছি পঠোৱা মানুহবোৰৰ গুণ ক্ৰমাগত অৱনত হৈ আহিছে। জাকত জিলিকা লোকো যে বাছি পঠোৱা হৈছে, সেইটো ঠিক, কিন্তু এই চিন্তাবিহীনতা আৰু প্ৰচাৰ কাৰ্য্যৰ আধুনিক কৌশল প্ৰয়োগৰ ফলত তেওঁলোকৰ গুণো অৱনত হৈছে। বিজ্ঞাপনৰ সকলোবোৰ হৈ চৈ আৰু বিধিব্যৱস্থাই মানুহক চিন্তা কৰাৰপৰা বিৰত কৰিছে। ৰাইজে এই হৈ-চৈ বোৰৰ প্ৰতিধ্বনি তোলে একনায়ক বা মূক ৰাজনীতিজ্ঞ এজনক পঠাই দি। এই একনায়ক বা মূক ৰজনীতিজ্ঞ জন হ'ল জড়, নিৰ্ব্বিকাৰে পৃথিবীৰ সমস্ত হৈ চৈ সহি থাকিব পাৰে যদিও তেওঁ থাকে কেৱল নিজৰ ভৰি দুখনৰ ওপৰত থিয় দিহে। তেওঁ নিৰ্ব্বাচিত হৈ আহে আৰু তেওঁৰ প্ৰতিদ্বন্দ্বীয়ে বাগৰ খায়; কিয়নো এই হৈ-চৈ বোৰ প্ৰতিদ্বন্দ্বীজনে সহ্য কৰিব নোৱাৰে। এইটো হৈছে ঘটনা প্ৰৱাহৰ এক অনন্যসাধাৰণ অৱস্থা। লোকতন্ত্ৰৰ ক্ৰমোন্নতি দেখি প্ৰশংসাত পঞ্চমুখ হোৱাটো আমাৰ পক্ষে বৰ ভাল কথাই আৰু ময়ো তাকেই কৰিছোঁ। মই কব খোজা কথাটো লোকতন্ত্ৰ সংক্ৰান্ত নহয়; বৰঞ্চ আধুনিক জীৱনে মনৰ জীৱনটো যে উৎকৰ্ষিত নকৰে, সেইটোৰ সংক্ৰান্তহে। মনৰ জীৱনৰ যদি উৎকৰ্ষ নহয়, তেন্তে অনিবাৰ্য্য ভাৱেই সভ্যতাৰো ঘটিব অৱনতি, জাতিৰো ঘটিব অৱনতি আৰু শেষান্তৰত কিবা এক মহাপ্ৰলয়ত উভয়ৰে আধ্যা পৰিব নাইবা অন্য ধৰণে হলেও মৰহি যাব আৰু অন্যান্য জাতি বা সভ্যতাৰ যি দশা হ'ল, সেয়ে হবগৈ।

---

# বিশ্ববিদ্যালয়ৰ কৰ্ম্ম

[ ১৯৪৭ চনৰ ডিচেম্বৰত অনুষ্ঠিত এলাহাবাদ বিশ্ববিদ্যালয়ৰ সমাৱৰ্ত্তন উৎসৱত দিয়া ভাষণ। ন ৰাজনৈতিক আৰু সামাজিক পৰিৱেশত ভাৰতীয় বিশ্ববিদ্যালয়ৰ যি দায়িত্ব সেই বিষয়ে ইয়াত আলোচনা আছে। ]

মোৰ ঘৰুৱা নগৰ এলাহাবাদলৈ মই বহু দিনৰ মূৰত আহিছোঁ। এই নগৰৰ ওচৰত মই প্ৰায় অচিনাকী হৈয়ে পৰিছোঁ। যোৱা পোন্ধৰ মাহ মই আছিলোঁ পুৰণি দিল্লী নগৰীৰ নিচেই কাষৰীয়া নতুন দিল্লীত। সেই নগৰ দুখনে আমাৰ ওচৰত কি সূচায়? আমাৰ মনলৈকে বা কেনে স্মৃতি বা চিন্তাধাৰা আনিব পাৰে? মই যেতিয়া তাৰ চিন্তা কৰোঁ, ভাৰত বুৰঞ্জীৰ দীঘলীয়া গতিধাৰা মোৰ সন্মুখত বিস্তাৰিত হৈ পৰে—ৰজা বা সম্ৰাট সকলৰ ক্ৰমানুবৰ্ত্তনৰ গতিধাৰা নহয়; জাতিৰ অন্তৰ্নিহিত প্ৰাণৰ, বিভিন্ন ক্ষেত্ৰত ইয়াৰ সাংস্কৃতিক প্ৰচেষ্টাৰ, ইয়াৰ পাৰমাৰ্থিক প্ৰয়াসৰ আৰু চিন্তা বা কাৰ্য্যৰ জগতত ইয়াৰ অভিযানৰ গতিধাৰাহে। জাতি এটাৰ জীৱন – যাইকৈ যাপন জীৱন। বিশেষকৈ ভাৰতীয়সকলৰ নিচিনা জাতি এটাৰ জীৱন – ঘাইকৈ যাপন কৰা হয় গাওঁবোৰত। সি যি নহওক লাগে, যিদৰে সময়ত এই নগৰবোৰে মানবীয় জীৱনৰ বেছি অপ্ৰীতিকৰ দিশ কেইটামানো দৰ্শায়, সেইদৰে যুগৰ আটাইতকৈ মহীয়সী সাংস্কৃতিক জীৱনৰ অভ্যুত্থানৰ কথা, সুদীৰ্ঘ কাল জুৰি চলা সভ্যতা আজ সংস্কৃতিৰপৰা উদ্ভূত সেই অন্তৰ্নিহিত শক্তি আৰু ভাৰসাম্যৰ কথা। ভাৰতত আমাৰ এই ঐতিহ্য লৈ আমি পৰম গৌৰৱান্বিত হৈছিলোঁহক; বাস্তৱিক হবৰ কথাই। তত্ৰাচ, আজি আমাৰ অৱস্থিতি ক'ত?

উক্ত প্ৰশ্নটো আজি আমি এই সুপ্ৰাচীন এলাহাবাদ নগৰীত আৰু বিদ্যাৰ এই কেন্দ্ৰতে উত্থাপন কৰা উচিত হব। বৰ্ত্তমান জগতত বিশ্ববিদ্যালয়বোৰে শিকাব লগা কথা অশেষ আৰু তেওঁলোকৰ কাৰ্য্যাৱলীৰ গণ্ডীও ক্ৰমান্বয়ে বাঢ়ি গৈছে। মই নিজে বিজ্ঞানৰ এজন ভক্ত আৰু মোৰ বিশ্বাস যে পৃথিৱীখন যদি বাচিব লগা আছে, তেন্তে সদৌ শেষত ইয়াক বিজ্ঞানৰ



পন্থা বা ভঙ্গীৰেই বাচিব লাগিব। পিচে অধ্যয়নৰ যি পন্থাকে আমি নলওঁ লাগে আৰু যিমানেই লজ্জাজনক যেন ই দেখা নেযাওক লাগে; মোটা-মুটি ভাৱে তাৰ বুনিয়াদ বা ভেটী এটা থাকিব লাগিবই। সেয়ে নহলে বিদ্যাৰ মন্দিৰ হব বালিৰ ভেটা মাথোন। সেইটো উপলব্ধি কৰি এই আৱশ্যকীয় বুনিয়াদ আৰু ভিত্তি অৰ্থাৎ ব্যক্তি বা জাতিক গঢ়ি তুলিব পৰা চিন্তাধাৰা বা কৰ্ম্মৰ মানদণ্ডবোৰৰ ওপৰত জোৰ দিয়াটো বিশ্ববিদ্যালয়ৰ কৰ্ত্তব্য। বিশেষকৈ আজি এই অত্যন্ত ক্ষিপ্ৰ পৰিবৰ্ত্তনৰ কালিচোৱাত—যি স্থলত পুৰণি মুল্যৰাশিয়ে আমাৰ প্ৰায় লগ এৰিছে আৰু তাৰ বদলি নতুন একো আমি লোৱা নাই, তেনেস্থলত—ই বৰ প্ৰয়োজনীয় হৈ পৰিছে। স্বাধীনতা—আমাৰ বহু ঈপ্সিত স্বাধীনতা—আমি পালোঁহক আৰু ইও আহিল আটাইতকৈ কম হিংস আচৰণৰ যোগেদি। কিন্তু ইয়াৰ ঠিক পিচতেই আমি তেজ আৰু চকুলোৰ জলধি সাতুৰি-নাদুৰি পাৰ হব লগাত পৰিলোঁ। তেজ আৰু চকুলোতকৈও বেয়া হ'ল তাৰ লগে লগে অহা লাজ আৰু অপমান। তেনেহলে আমাৰ মূল্যৰাশি বা মানদণ্ডবোৰ গ'ল কলৈ? আমাৰ পুৰণি সংস্কৃতি ক'ত? আমাৰ মানৱতা বা আধ্যাত্মিকতা তথা পুৰণি কালত ভাৰতে যি ৰক্ষাৰ বাবে থিয় দিছিল, সেই সকলোবোৰেই বা ক'ত? হঠাৎ আন্ধাৰে এই দেশখন আৱৰি ধৰিলে আৰু উন্মত্ততাত মানুহবোৰ হৈ পৰিল অন্ধ। বিভীষিকা আৰু বিদ্বেষে আমাৰ মন ছাটি পেলালে আৰু সভ্যতাই আনি দিয়া সকলোবোৰ নিৰ্ব্বন্ধ উটি ভাহি গ'ল। আতঙ্ক ইটোৰ পিচত সিটোকৈ চৰি গ'ল আৰু এক আকস্মিক শূন্যতাই আমাক মনুষ্যজীৱৰ পাশৱিক প্ৰবৃত্তিৰ গৰাহত পেলালে। চাকি আটাইকেইটি নুমাও যেন হলেই। অৱশ্যে আটাইকেইটি নহয় যেহেতু প্ৰচণ্ড ধুমুহাৰ মাজতো দুই এটি ধিমিক ধামাককৈ জ্বলি থাকিল। মৃত আৰু মৰণোন্মুখসকলৰ বাবে আৰু যি সকলৰ যন্ত্ৰণা মৃত্যুতকৈও দুৰ্ব্বহ, সেইসকলৰ বাবে আমি খেদ কৰিলোহঁক। যাৰ স্বাধীনতাৰ বাবে অতকাল ধৰি আমি যুঁজিলো, আমাৰ সেই উমৈহতীয়া মাতৃ ভাৰতৰ বাবে আমাৰ শোচনা হ'ল আৰু বেছি।

চাকি কেই গছ নুমাও হেন হ'ল; কিন্তু এটি উজ্জ্বল শিখা জ্বলি থাকিল আৰু এইটিয়ে চৌপাশৰ অন্ধকাৰত বেঙনি পেলালে। এই পৱিত্ৰ শিখাটি-

লৈকে চাই সাহস আৰু আশা আমি ঘূৰাই পালোঁ আৰু অনুভৱ কৰিলোঁ সাময়িক দুৰ্যোগে আমাৰ মানুহক যিমানেই বিহ্বল নকৰক লাগে, ভাৰতৰ সত্তা এটা আছেই। ই দৃঢ় আৰু অনাবিল ; ই বৰ্ত্তমানৰ বিলাই বিপত্তি চেৰাই যাব পৰা আৰু এতিয়াৰ সামান্য অভাৱ অনাটনবোৰত কাতৰ নোহোৱা বিধৰ। এই কেই মাহত মহাত্মা গান্ধীৰ উপস্থিতিয়ে ভাৰতক কিমান উপকৃত কৰিলে, আপোনালোকৰ কেইজনে অনুভৱ কৰিলে ; তাতকৈ মহত্ত্বৰ সেৱা আমাৰ সকলোৰে অৱগত আছে। কিন্তু যোৱা চাৰি মাহত তেওঁ যি কাম সমাধা কৰিলে, তাতকৈ মহত্ত্বৰ সেৱা আন একোৱেই হব নোৱাৰে। উটি ভাহি যাব খোজা এখন জগতত তেওঁ হ'ল সঙ্কল্পৰ মহা প্ৰস্তৰ আৰু সত্যৰ আলোক গৃহ। তেওঁৰ ক্ষীণ অথচ দৃঢ়স্বৰে উন্মত্ত জনতাৰ কোলাহল চেৰাই সৎ প্ৰচেষ্টাৰ পথ নিৰ্দ্দিষ্ট কৰিলে।

আৰু এই উজ্জল জ্যোতিৰ বাবে আমি ভাৰতবৰ্ষ আৰু ইয়াৰ বাইজৰ ওপৰত আস্থা হেৰুৱাব লগাত নপৰিলোঁ। তথাপি চৌপাশৰ অন্ধকাৰ ভয়াবহ হৈ পৰিল। স্বাধীনতাৰ বেলি ওলাইছেই যেতিয়া এই অন্ধকাৰত আমি বুৰ যাবনো লাগিছে কেলেই ? এই মূল কথাবোৰ খন্তেকৰ বাবে ভাৰি চিন্তি চোৱা আমাৰ সকলোৰে পক্ষে—বিশেষকৈ বিশ্ববিদ্যালয়ত পঢ়া ডেকা-গাভৰুৰ পক্ষে একান্ত আৱশ্যক ; ভাৰতৰ ভবিষ্যতে সম্প্ৰতি গঢ় লব ধৰিছে আৰু দেশৰ লাখ লাখ যুৱক-যুৱতীয়ে যেনেকৈ বিচাৰে, তেনেকৈয়ে ইয়াৰ ভৱিষ্যতেও ৰূপ লব। সঙ্কীৰ্ণতা, অসহিষ্ণুতা, অমনোযোগিতা আৰু অৱধানৰ অভাৱ এটা আজি পৰিলক্ষিত হৈছে। ই মোক ভয়কে খুৱাইছে। আমি অলপতে বিৰাট যুদ্ধ এখন অতিক্ৰম কৰি আহিলোঁ। সেই যুদ্ধই শান্তি আৰু স্বাধীনতা আনিব নোৱাৰিলে সঁচা ; কিন্তু ই আমাক কিছুমান শিকনি দিলে। যাক ফেছিজম্ বা নাৎছিজম্ বোলা হয়, তাৰ ই পতন আনিলে। এই দুয়োটা মতবাদ আছিল সঙ্কীৰ্ণ আৰু অসহনশীল ; বিদ্বেষ আৰু হিংসাই আছিল ইয়াৰ ভিত্তি। নিজ নিজ দেশত আৰু অন্যান্য ঠাইত এই মতবাদবোৰৰ ক্ৰমবিকাশলৈ মই চকু দিছিলোঁ। এই মতবাদ-বোৰে তাৰ মানুহক খন্তেকৰ বাবে অলপ গৰ্ব্বী কৰিবও পাৰিছিল ; কিন্তু লগে লগে সেইবোৰে সত্তাৰো আধ্যা পেলালে আৰু মূল চিন্তাধাৰা আৰু



ব্যৱহাৰ বিধিৰ সকলো মানদণ্ডও নিশেষ কৰিলে। যিবোৰ জাতিক ই গৌৰৱমণ্ডিত কৰিবলৈ ওলাইছিল ; সেইবোৰ জাতিকে ধ্বংসৰ মুখত পেলাই এই মতবাদবোৰ মেলানি মাগিলে।

উক্ত মতবাদ দুটাৰ প্ৰায় অনুৰূপ ভাৱধাৰা কিছুমানেও ভাৰতত বৰ্ত্তমান প্ৰশ্ৰয় পোৱা মই লক্ষ্য কৰিছোঁ। ই জাতীয়তাৰ দোহাই দিয়ে, সময়ত ই ধৰ্ম্ম আৰু সংস্কৃতিৰ আও-ভাও লয় ; তত্ৰাচ ই জাতীয়তা ; প্ৰকৃত নৈতিকতা আৰু প্ৰকৃত সংস্কৃতিৰ জাঁতে-পাতে বিপৰীত। এই অনুমানত কিবা যদি সন্দেহো আছিল, তেন্তে যোৱা কেইমাহে আমাক আচল ৰূপটো উদঙাই দেখুৱালে। দেশবাসীৰ এটি সম্প্ৰদায় অনুসৃত বিদ্বেষ, হিংসা আৰু সঙ্কীৰ্ণ সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে কেই বছৰমান ধৰি আমি যুজিব লগা হৈছিলোঁ। ভাৰতত কেইটামান অংশলৈ গঠিত ৰাষ্ট্ৰ এখন সৃষ্টি কৰি লোৱাত সেই সম্প্ৰদায়টো এতিয়া কৃতকাৰ্য্য হৈছে। যিটো ভাৰতীয় স্বাধীনতাৰ পথত ইমান ডাঙৰ এটা অন্তৰায় আৰু ভয়ৰ কাৰণ হৈ পৰিছিল, সেই মুছলিম সাম্প্ৰদায়িকতাই এতিয়া নিজকে এখন ৰাষ্ট্ৰ হিচাবে পৰিচিত কৰিছে। আজিৰ খাচ ভাৰতত ই আৰু জীৱন্ত শক্তি হৈ থকা নাই ; কিয়নো ইয়াৰ বল অন্যান্য অংশত নিয়োজিত হৈছে। কিন্তু ই দেশবাসীৰ অন্যান্য কিছুমান সম্প্ৰদায়ক অৱনত কৰি থৈ গ'ল। সেইবোৰে এতিয়া ইয়াৰ নকল কৰিছে আৰু সময় মতে ইয়াক আনকি উন্নততৰ কৰিও লব খুজিছে। ভাৰতত আমি বৰ্ত্তমান এই প্ৰতিক্ৰিয়াৰ সন্মুখীন হব লগা হৈছোঁ আৰু ভাষা ভিন্ন হলেও কাৰ্য্যতঃ সাম্প্ৰদায়িক ৰাষ্ট্ৰ এখনৰে দাবী লগোৱা হৈছে। কেৱল সাম্প্ৰদায়িক ৰাষ্ট্ৰ এখনৰে যে দাবী জনোৱা হৈছে এনে নহয় ; ৰাজনৈতিক আৰু সাংস্কৃতিক উদ্যমৰ সমূহ ক্ষেত্ৰতে একেটা সঙ্কীৰ্ণ আৰু ৰুদ্ধশ্বাসী দাবী উত্থাপন কৰা হৈছে।

ভাৰতৰ দীঘলীয়া বুৰঞ্জীৰ ফাললৈ আমি যদি লক্ষ্য কৰো, তেন্তে দেখিম যে আমাৰ পূৰ্ব্ব-পুৰুষসকলে যেতিয়াই স্থিৰ আৰু নিৰ্ভীক ভাৱে বিশ্বত দৃষ্টিপাত কৰিছিল আৰু আদান-প্ৰদানৰ অৰ্থে মনৰ দ্বাৰ উন্মুক্ত ৰাখিছিল তেতিয়াই তেওঁলোকে আশ্চৰ্য্যকৰ ভাৱে অগ্ৰগতি সাধিব পাৰিছিল। শেষৰ

চোৰাত যেতিয়া তেওঁলোকৰ দৃষ্টিভঙ্গী সঙ্কীৰ্ণ হৈ পৰিল আৰু বাহিৰৰ প্ৰভাৱৰ প্ৰতি তেওঁলোক সজাগ নোহোৱা হ'ল, তেতিয়াই ভাৰতে সংস্কৃতি আৰু ৰাজনীতি উভয় ক্ষেত্ৰতে উজুটি খাব লগা হ'ল। কি যে গৌৰৱ-মণ্ডিত ঐতিহ্য এটাৰ আমি অধিকাৰী, যদিওবা আমি বাৰম্বাৰ ইয়াৰ অপব্যৱহাৰ কৰি আহিছোঁ। সকলো প্ৰকাৰৰ দুখ-নিৰ্য্যাতন ভোগি অহা সত্বেও ভাৰত এটা জীৱন্ত জাতিয়েই আছিল আৰু এতিয়াও জীৱন্ত। সংগঠন মূলক বা সৃজনী প্ৰচেষ্টাৰ যোগেদি এচীয় জগতৰ বহুতো ঠাইত আৰু অন্যান্য দেশতো এই জীৱন্ততা বিয়পি পৰিছিল আৰু তাৰ লগে লগেও আহিছিল সুমহিম সাফল্য। এইবোৰ সাফল্য তৰোৱালৰ জোৰত আদায় কৰা নহয়, মন আৰু হৃদয়ৰ যোগেদি অনাহে। এতেকে এইবোৰে ক্ষত-বিক্ষত উপশম কৰিব পাৰে; তৰোৱালধাৰী মানুহ আৰু তেওঁলোকৰ কাৰ্য্যাৱলী বিস্মৃত হোৱাৰ পিচতো এইবোৰ তিষ্ঠি থাকিব পাৰে। কিন্তু সজ আৰু সৃজনমূলক ভাবে লগাব নোৱাৰিলে অন্তৰ্গামী হৈ এই জীৱন্ততাই মানুহক নষ্ট আৰু অৱনত কৰিবও পাৰে।

এহাতে সংগঠনমূলক আৰু সৃজনী প্ৰচেষ্টাৰ শক্তি আৰু আনহাতে ধ্বংসৰ শক্তি—এই দুয়োটা শক্তিকে আমি আমাৰ জীৱন কালৰ এই অলপীয়া সময় চোৰাৰ ভিতৰতে আৰু অখিল বিশ্বত বিবদমান অৱস্থাত দেখা পাইছোঁ। সদৌ শেষত কোনটো জিকিবগৈ? আৰু আমি কোন-টোৰ পক্ষ লৈছো? আমাৰ প্ৰত্যেকৰ পক্ষে—যি সকলৰ মাজৰপৰা জাতিৰ নেতাসকল ওলাব আৰু যি সকলৰ ওপৰত ভৱিষ্যতৰ বোজা পৰিব, সেই সকলৰ পক্ষে—ই এটা জৰুৰী প্ৰশ্ন। পৰিস্থিতিৰ সম্মুখ নহৈ হাত সাবটি বহি থকাটো আমাৰ পক্ষে গৰ্হিত হব। স্পষ্ট চিন্তা আৰু সক্ৰিয় ব্যৱস্থাৰ দৰকাৰ হোৱা সময়ত আমি আমাৰ মন উষ্মা বা বিদ্বেষত আচ্ছন্ন হবলৈ দিব নোৱাৰোঁ।

কেনে ধৰণৰ ভাৰত বা কেনে বিশ্বৰ অৰ্থে আমি চেষ্টান্বিত হৈছোঁ? বিদ্বেষ, হিংসা, ভীতি, সাম্প্ৰদায়িকতা আৰু সঙ্কীৰ্ণ প্ৰাদেশিকতাই আমাৰ ভৱিষ্যৎ ৰূপায়িত কৰিবনে কি? নিশ্চয় নোৱাৰে, যদিহে আমাৰ কামত আৰু আমাৰ বাক্যত লেশমাত্ৰও সত্য আছে। কেৱল মোৰ লগত ঘনিষ্ঠ সম্পৰ্ক



থকাৰ বাবেই নহয়, ভাৰত বুৰঞ্জীত ইয়াৰ ভূমিকাৰ বাবেও এলাহাবাদ নগৰী মোৰ অতিকৈ আপোন। এই এলাহাবাদ চহৰতে সপোন দেখোঁতে আৰু ভাৰতৰ ভৱিষ্যতৰ ৰূপ কল্পনা কৰোঁতে মোৰ ল'ৰালি আৰু যৌৱনৰ কালচোৱা পাৰহৈ গৈছিল। সেই সপোনবোৰত কিবা যথাৰ্থ সাৰবত্তা আছিল নে সেইবোৰ বিকাৰগ্ৰস্ত মানুহৰ উদভ্ৰান্ত কল্পনাহে? সেই সপোন বোৰৰ ক্ষুদ্ৰ অংশ এটি দিঠকত পৰিণত হৈছে; কিন্তু যি ধৰণে হব বুলি মই ভাবিছিলো, সেই ধৰণে নহ'ল। তদুপৰি আৰু বহুত অপূৰ্ণ হৈয়ে ৰৈছে। কৃতকাৰ্য্যতাত উল্লাস বোধ কৰা দূৰৰ কথা; আমাক জুমুৰি দি ধৰা যন্ত্ৰণাৰ ফলত অৱসাদ আৰু কিবা এটা খালি হৈ থকাৰ ভাৱে বিহ্বলহে কৰিছে। আমি লাখ লাখ মানুহৰ চকুৰ লোটক মুচিব লগাত পৰিছোঁ।

বিশ্ববিদ্যালয়ে থিয় দিয়ে মানৱতাৰ হকে, সহিষ্ণুতাৰ হকে, যুক্তিৰ হকে প্ৰগতিৰ হকে, ভাৱধাৰাৰ জয়যাত্ৰাৰ হকে আৰু সত্য অন্বেষণৰ হকে। ই থিয় দিয়ে উচ্চতৰ উদ্দেশ্যৰাজি পৰিপূৰ্ণ কৰিবৰ নিমিত্তে, মানৱ জাতিৰ অগ্ৰগতিৰ অৰ্থে। যদি বিশ্ববিদ্যালয়বোৰে নিজ নিজ দায়িত্ব সুচাৰুৰূপে পালন কৰিব পাৰে, তেনেহলে জাতিৰো কল্যাণ; জনৰো কল্যাণ। কিন্তু বিদ্যাৰ মন্দিৰটোৱেই যদি সঙ্কীৰ্ণ ধৰ্ম্মান্ধতা আৰু নীচাত্মক উদ্দেশ্যৰাজিৰ লীলাভূমি হয়, তেনেহলে জাতিয়ে উন্নতি সাধিব কেনেকৈ আৰু মানুহো প্ৰশস্তমনা হব কেনেকৈ?

সেইদেখি আমাৰ বিশ্ববিদ্যালয় আৰু শিক্ষা প্ৰতিষ্ঠানবোৰৰ ওপৰত আৰু যি সকলে তাৰ ভাগ্য নিয়ন্ত্ৰিত কৰে, তেওঁলোকৰ ওপৰত এটা মহান দায়িত্ব ন্যস্ত হৈছে। তেওঁলোকে নিজৰ শলিতাগছ জ্বলাই ৰাখিব লাগিব। সাধাৰণ শ্ৰেণীৰ লোক উন্মাদনাত আত্মহাৰা হলেও আৰু আনক আদৰ্শ দেখুওৱাটো সি সকলৰ কৰ্ত্তব্য আছিল, সেই সকল যদি মাদকতাত অন্ধ হৈ পৰে, তত্ৰাচ বিশ্ববিদ্যালয়বোৰ সন্মাৰ্গৰপৰা বিচলিত হব নেলাগে। শঠামিৰ যোগেদি কিম্বা ভালকৈ হৈছে বুলি দুৰাশা কৰি বেয়াক আশ্ৰয় দি আমি লক্ষ্যত উপনীত হবগৈ নোৱাৰোঁ। ভুল মাধ্যমেৰে সজ উদ্দেশ্য এটা কেতিয়াও সিদ্ধি কৰিব নোৱাৰি।

আমাৰ ৰাষ্ট্ৰীয় উদ্দেশ্যৰ সম্পৰ্কত আমি পৰিষ্কাৰ হৈ লোৱা উচিত। আমি

শক্তিশালী, স্বতন্ত্র আৰু লোকতান্ত্রিক ভাৰত এখন বিচাৰো ; য'ত প্রতিজন নাগৰিকে সমান আসন পাব আৰু উৎকর্ষ সাধন বা সেৱাৰ সম্পূর্ণ সুযোগ লভিব, য'ত সম্পত্তি আৰু মর্য্যাদা লৈ আজিৰ দিনৰ বৈষম্যবোৰ নেথাকিব ; য'ত আমাৰ ঘাই অনুভূতি স্রজনশীল আৰু সমবায়মূলক প্রচেষ্টা অভিমুখে ধাবিত হব। এনে এক ভাৰতত সাম্প্রদায়িকতা, বিচ্ছেদ, ব্যৱধান অস্পৃশ্যতা, ধর্ম্মান্ধতা, আৰু মানুহৰদ্বাৰা মানুহৰ শোষণৰ একো স্থল নাথাকিব। ধর্ম্ম স্বতন্তৰীয়া হৈ থাকিব যদিও জাতিৰ জীৱনৰ ৰাজনৈতিক বা আৰ্থিক গতিধাৰাত হস্তক্ষেপ কৰিবলৈ ইয়াক এৰি দিয়া নহব। সেইটোৱেই যদি হব লাগে, তেন্তে আমাৰ ৰাজনৈতিক জীৱন যিমান দূৰলৈকে সংশ্লিষ্ট হৈছে সিমানলৈকে হিন্দু, মুছলমান, খৃষ্টান, শিখৰ আন্ধাৰ উঠিব নোৱাৰে আৰু আমি এক সম্মিলিত অথচ সংমিশ্রিত জাতি গঢ়ি তুলিব লাগিব য'ত ব্যক্তিগত আৰু ৰাষ্ট্ৰীয় স্বাধীনতা অক্ষুণ্ণ হৈ ৰয়।

আমি কিছুমান মাৰাত্মক পৰীক্ষাৰ মাজেদি আগুৱাই আহিছো। সেই-বোৰত আমি উত্তীর্ণ হলোঁ ; কিন্তু অশেষ ক্ষতি স্বীকাৰ কৰি। ক্লীৱ মন আৰু পঙ্গু আত্মাত সেইবোৰৰ যি পৰম্পৰা ৰৈ গ'ল, সি বহু কাললৈকে আমাক অনুধাবন কৰি থাকিব। আমাৰ পৰীক্ষাবোৰ এতিয়াও শেষ হোৱা নাই। নিজৰ উদ্দেশ্য পাহৰি নোযোৱা আৰু সত্য পথৰপৰা ফালৰি কাটি নহা, সংকল্প দৃঢ় আৰু হৃদয় অবিচলিত থকা, মুক্ত আৰু নিয়মানুবর্ত্তী পুৰুষ নাৰীৰ স্বভাৱসুলভ সত্তাৰে সেইবোৰৰ অৰ্থে আমি সাজু হব লাগিব। ব্যাধিৰ উপশম ঘটোৱাৰ কাম আমি আৰম্ভ কৰি দিব লাগিব ; তদুপৰি আমি গাথিব আৰু স্রজিব লাগিব। এই মহান কর্ত্তব্যত আত্মোৎসর্গ কৰিবৰ বাবে আমাৰ সকলোৰে ওচৰত ভাৰতৰ বিক্ষত কায় আৰু আত্মাই আহ্বান জনাইছে। এই কর্ত্তব্যৰ আৰু ভাৰতৰ আমি যেন যোগ্য পাত্ৰ হওঁহক।

---

# নিষিদ্ধ দেশত এবছৰ তিনিমাহ

[ ৰাহুল সাংকৃত্যায়ন উত্তৰ প্রদেশৰ লোক, জন্ম ১৮৯৩ খ্রীষ্টাব্দত। এওঁ বহু-ভ্রমণকাৰী আৰু সুপণ্ডিত, ধৰ্ম্মত বৌদ্ধ, চিন্তাত কেতিয়াবা বামপন্থী। বর্ত্তমান ৰচনা এওঁৰ তিব্বত ভ্রমণৰ এছোৱা। ইয়াত বর্ণিত তিব্বত অৱশ্যে ডেৰকুৰি বছৰ আগৰ তিব্বত। ]

তিব্বতৰ দৰে অজ্ঞাত দেশ জগতত দ্বিতীয় এখন আৰু নাই। ই ভাৰতৰ উত্তৰ সীমাত অৱস্থিত। জনসাধাৰণৰ কথা নকওঁৱেই, শিক্ষিত মানুহেও ইয়াৰ বিষয়ে বিশেষ একো নাজানে। মই এবাৰ কিছু কাগজ পঠিয়াই দিবলৈ তিব্বতৰপৰা বন্ধু এজনলৈ চিঠি এখন দিছিলোঁ। উত্তৰত তেওঁ ৰেল-ষ্টেচনটোৰ নাম সুধি পাঠিয়ালে, কাৰণ ডাকত পঠিওৱাতকৈ ৰেলেৰে পঠিয়ালে মাচুল কম পৰিব। এই উত্তৰৰপৰাই তিব্বতৰ সম্বন্ধে আমাৰ দেশৰ ইংৰাজী শিকা লোকসকলৰ অপূৰ্ব্ব জ্ঞানৰ পৰিচয় পোৱা যায়। মানুহৰ এইটো ধাৰণা নাই যে হিমালয়ৰ তলত থকা ব্রিটিছ ভাৰতীয় ৰেলওয়ে ষ্টেচনৰপৰা এমাহৰ বাট গৈ আৰু বিশ হাজাৰ ফুট ওখ কেইটামান গিৰিসঙ্কট পাৰ হৈহে লাচা পোৱা যায়। কালিম্পঙৰপৰা গোটেই ৰাস্তাটোৰ তিনি ভাগৰ দুভাগ পথ অতিক্রম কৰিলে গ্যাঞ্চী নামে ঠাই এডোখৰ পায় ; ইয়াতেই ভাৰতৰ শেষ ডাকঘৰ আছে। ইয়ালৈকে ভাৰতীয় ডাক মাচুলেৰেই চিঠিপত্র আৰু পার্চেল আদি পঠিয়াব পাৰি। ভাৰতত টেলিগ্রামৰ যিটো হাৰ সেই একে হাৰতেই লাচালৈকে টেলিগ্রাম পঠিয়াব পাৰি।

প্রধানকৈ ইয়াৰ দুৰ্গমতাৰ কাৰণেই তিব্বত সভ্যজগতত এইদৰে অপৰিচিত হৈ আছে। ইয়াৰ দক্ষিণ আৰু পশ্চিম ফালে হিমালয়ৰ গগনভেদী বিৰাট পর্ব্বতমালা, উত্তৰ ফালে লাচাৰপৰা এশ মাইলৰো কিছু বেছি দূৰৈত বিশাল মৰুভূমি ; এই সকলোবিলাকেই অতি দুৰ্গম। তিব্বতলৈ যোৱাৰ প্রধান বাটবিলাক কাশ্মীৰ আৰু দার্জ্জিলিং অঞ্চলৰপৰা গৈছে, দার্জ্জিলিঙৰপৰা লাচা ৩৬০ মাইল। তিব্বতৰ বেছি ভাগ ঠাইয়েই সাগৰৰ পিঠিৰপৰা ১৬,০০০ ফুট ওখত, এই কাৰণে বছৰৰ আঠ মাহেই এই দেশৰ মাটি বৰফেৰে

ঢাক খাই থাকে। মানুহে বসতি কৰা অঞ্চলবিলাকৰ ভিতৰত তিব্বতেই আটাইতকৈ ওখ ঠাইত আছে।

তিব্বত বিশাল দেশ। ই চীন সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত। ইয়াৰ মানুহ বৌদ্ধ ধৰ্ম্মাবলম্বী, কিন্তু সামাজিক প্ৰথা আদিত এটা অঞ্চলৰ মানুহৰ আন এটা অঞ্চলৰ সৈতে মিল নাই। তথাপি এই দেশত ধৰ্ম্মৰ প্ৰাধান্য সকলো অঞ্চলতে অতি দৃঢ়ভাৱে আছে। দেশৰ শাসক দলাইলামা ভগৱান বুদ্ধৰ অৱতাৰ বুলি পৰিচিত আৰু মানুহৰ বিশ্বাস যে দলাইলামা সিংহাসনত বহিলে তেওঁৰ শৰীৰত বুদ্ধদেৱৰ আত্মা আবিৰ্ভূত হয়। গোটেই দেশখন বৌদ্ধ মঠেৰে ভৰা। লাচাত প্ৰত্যেকটোতে চাৰি পাচ হাজাৰকৈ ভিক্ষু থকা তিনিটা ডাঙৰ ডাঙৰ মঠ আছে। এই তিনিটাৰ বাহিৰেও প্ৰত্যেকটোত শ-শকৈ ভিক্ষু থকা আৰু বহুত মঠ আছে।

প্ৰাকৃতিক অৱস্থাৰ কাৰণে তিব্বত জগতৰ আন আন দেশ বিলাকৰপৰা আঁতৰ হৈ আছে আৰু এই পৰিস্থিতিৰ প্ৰভাৱতেই এই দেশৰ মানুহে আন দেশৰ মানুহৰ লগত হলিগলি কৰিবলৈ ভাল নাপায়। তিব্বতীয়া ভদ্ৰলোক সাধাৰণতে শান্ত-শিষ্ট আৰু আপোন ভাৱত মগ্ন। বিদেশীৰ সৈতে সম্পৰ্ক ৰাখিবলৈ এওঁলোকে ভাল নাপায়। নিজৰ প্ৰাচীন ধৰ্ম্মত এওঁলোকৰ অসীম শ্ৰদ্ধা। তাৰ উপৰি পুৰণিকলীয়া নিয়মেৰে খেতিবাতি আৰু ক্ৰিয়া-কৰ্ম্ম আদি কৰি সন্তোষৰ সৈতে জীৱনযাপন কৰাটোৰেই এওঁলোকে সংসাৰৰ প্ৰধান লক্ষ্য বুলি ভাৱে। আধুনিক কুৰি শতিকাৰ সভ্যতাৰপৰা এওঁলোকে যিমান দূৰ সম্ভৱ দূৰত থাকিব খোজে আৰু এই কাৰণেই তিব্বতত বিদেশীৰ প্ৰৱেশ নিষেধ। কিন্তু এইটো সত্ত্বেও তেওঁলোক অতিথিপৰায়ণ।

তিব্বতীসকলে বৰকৈ চাহ খায়। নাচ গানত এওঁলোকৰ বৰ উৎসাহ। ঘাইকৈ পুৰুষেহে নাচে। তিৰুতাই নচা বৰকৈ দেখা নাযায়। তিব্বতত তিৰুতাৰ পৰ্দ্দা প্ৰথা নাই। পুৰুষৰ দৰে তেওঁলোকে স্বাধীনভাৱে কামবন কৰি উপাৰ্জ্জন কৰে।

তিব্বতত বিশেষকৈ লাচা অঞ্চলত প্ৰবেশ কৰা কিমান টান কথা সেইটো তিব্বত সম্বন্ধে লিখা যি কোনো পুথি পঢ়িলেই বুজা যায়। মই ফাগুন মাহৰ শুক্লা ষষ্ঠীত ভাৰত সীমান্তৰপৰা যাত্ৰাৰম্ভ কৰি আহাৰৰ শুক্লা ত্ৰয়োদশীত লাচা



পাওঁগৈ। মই নিজৰ তৃপ্তি বা ভৌগোলিক অনুসন্ধানৰ কাৰণে তিব্বতলৈ যোৱা নাছিলোঁ। সেই দেশৰ সাহিত্য ভালকৈ অধ্যয়ন আৰু তাৰপৰা ভাৰতীয় আৰু বৌদ্ধ ধৰ্ম্মসম্বন্ধীয় ঐতিহাসিক আৰু ধৰ্ম্মনৈতিক তথ্য আহৰণৰ কাৰণেই তালৈ গৈছিলোঁ। খ্ৰীষ্টীয় সপ্তম শতাব্দীত নালন্দাৰ আচাৰ্য্য শান্তৰক্ষিতৰ কালৰ পৰা আৰম্ভ কৰি একাদশ শতাব্দীত বিক্ৰমশিলাৰ আচাৰ্য্য দীপঙ্কৰ শ্ৰীজ্ঞানৰ সময়লৈকে ভাৰত আৰু তিব্বতৰ সম্বন্ধ কিমান ঘনিষ্ঠ আছিল সেইটো ইতিহাস প্ৰেমিক মাত্ৰেই জানে। ভাৰতে তিব্বতক ধৰ্ম্ম, আখৰ আৰু সাহিত্যিক ভাষা দিছে। ভাৰতৰ মানুহে তিব্বতলৈ গৈ কিছু হিন্দী আৰু কেবা হাজাৰো সংস্কৃত পুথি তিব্বতী ভাষালৈ অনুবাদ কৰিছিল। তাত কংগ্যুৰ আৰু তংগ্যুৰ নামে যি দুখন বিশাল সংস্কৃত গ্ৰন্থানুবাদ সংগ্ৰহ প্ৰচলিত আছে সেই দুখন চালেই এই অনুবাদৰ পৰিমাণ ধাৰণা কৰা যাব। এই দুখন সংগ্ৰহত বিশ লাখৰো বেছি অনুষ্টুপ শ্লোক আছে। তিব্বতী-সকলে যিবিলাক বচনক ভগৱান বুদ্ধৰ মুখৰপৰা ওলোৱা কথা বুলি ভাৱে কংগ্যুৰ সেইবিলাকৰেই সংগ্ৰহ; এইখন মুখ্যতঃ সূত্ৰ, বিনয় আৰু তন্ত্ৰ এই তিনি ভাগত বিভক্ত। কংগ্যুৰখনক শত-পুস্তক নামে জনা যায়, কিন্তু আচলতে ইয়াত সাতশ পুথিৰ সংগ্ৰহ আছে। কংগ্যুৰ সংগ্ৰহৰ কিছুমান পুথি সংস্কৃতৰপৰা চীনা ভাষাৰ অনুবাদৰপৰা লোৱা হৈছে। কংগ্যুৰত থকা গ্ৰন্থৰ টীকা, ব্যাকৰণ, জ্যোতিষ, বৈদ্যশাস্ত্ৰ, মন্ত্ৰতন্ত্ৰ আদিৰ ভাষাবোৰ তংগ্যুৰত আছে। তংগ্যুৰ সংগ্ৰহত দুশ পুথি আছে। আৰ্য্যদেৱ, দিঙ্‌নাগ, ধৰ্ম্মৰক্ষিত, চন্দ্ৰকীৰ্ত্তি, শান্তৰক্ষিত, কমলশীল, আদি বিখ্যাত ভাৰতীয় দাৰ্শনিক সকলৰ কীৰ্ত্তিৰ কোনো চিনেই আজি ভাৰতত পাবলৈ নাই, কেৱল তিব্বতীয় অনুবাদতহে তেওঁলোকে লিখা পুথিবিলাক পোৱা যায়। আঠজন মহা বৈয়াকৰণৰ মাজত আচাৰ্য্য চন্দ্ৰগোমী যে এজন মহাবৈয়াকৰণ আছিল সেই বিষয়ে কোনো সন্দেহ নাই। তেওঁৰ চান্দ্ৰ ব্যাকৰণ—সূত্ৰ, ধাতু, উনাদি পাঠ, বৃত্তি, টীকা আদিৰে সৈতে তাত এতিয়াও পোৱা যায়। তাৰ উপৰি আমি তংগ্যুৰ সংগ্ৰহত থকা তেওঁৰ নাটক, টীকা আদিৰপৰা তেওঁৰ কাব্য আৰু দৰ্শনশাস্ত্ৰত অধিকাৰ আৰু ব্যুৎপত্তিৰ পৰিচয় পাওঁ। কালিদাস, দণ্ডী, হৰ্ষবৰ্দ্ধন, ক্ষেমেন্দ্ৰ প্ৰভৃতিৰ ভাৰতত বৰ্ত্তমানেও থকা গ্ৰন্থৰ লগত আজিকালি

ভাৰতত পাবলৈ নোহোৱা অশ্বঘোষ, মতিচিত্ৰ (মাতৃচেত) হৰিভদ্ৰ, আৰ্য্যশূৰ আদি মহাকবিৰ গ্ৰন্থও এই সংগ্ৰহত সন্নিৱিষ্ট কৰা আছে। এই অমূল্য সংগ্ৰহতেই অষ্টাঙ্গহৃদয়, শালিহোত্ৰ আদি বৈদ্য-গ্ৰন্থ টীকা উপটীকাৰ সৈতে আছে, ইয়াতেই মহাৰাজ কণিষ্কলৈ লিখা মতিচিত্ৰৰ চিঠি, মহাৰাজ চন্দ্ৰলৈ যোগীশ্বৰ জগদ্ৰত্নৰ চিঠি, পাল বংশীয় ৰজা জয়পাললৈ লিখা দীপঙ্কৰ শ্ৰীজ্ঞানৰ চিঠি আৰু আন আন বহুত বহুমূলীয়া চিঠি আছে। ইয়াৰ বাহিৰেও একাদশ শতাব্দীৰ প্ৰথম ভাগৰ বহুত বৌদ্ধ যোগী, অবধূত, বৈৰাগীৰ বচন আৰু দোঁহা প্ৰভৃতিৰ হিন্দী আৰু আন আন ভাষাৰপৰা অনুবাদ-সংগ্ৰহো ইয়াত আছে।

এই দুখন বিৰাট সংগ্ৰহৰ উপৰিও ভোট ভাষাত নাগাৰ্জ্জুন, আৰ্য্যদেৱ, অসঙ্গ, বসুবন্ধু, শান্তৰক্ষিত, চন্দ্ৰকীৰ্ত্তি, ধৰ্ম্মকীৰ্ত্তি, চন্দ্ৰগোমী, কমল শীল, দীপঙ্কৰ শ্ৰীজ্ঞান প্ৰভৃতি ভাৰতীয় পণ্ডিত সকলৰ জীৱনচৰিত্ৰ আৰু তাৰানাথ, বুতোল পদ্মকৰ পো-বেত্বৰিয়া চেৰপো, কুন্‌গ্যল প্ৰভৃতি বহুত লিখকৰ "ছোজুৎ" অৰ্থাৎ ধৰ্ম্ম-ইতিহাস আছে। এই বিলাকৰপৰা ভাৰতীয় ইতিহাসৰ বহুত কথা পোহৰ হৈ পৰে। এই বিলাকৰ বাহিৰেও তাত এনে বহুত গ্ৰন্থ আছে যিবিলাকৰপৰা তেতিয়াৰ সমসাময়িক ভাৰতৰ সাক্ষাত পৰিচয় নাপালেও পৰোক্ষভাৱে বহুত কথা জানিব পাৰি।

এই গ্ৰন্থবিলাকৰ বেছিভাগেই কৈলাস-মানস সৰোবৰৰ ওচৰৰ খোলিং গুম্বা আৰু মধ্য তিব্বতৰ সক্যা, সময়ে গুম্বা আদি বিহাৰত অনুবাদ কৰা হৈছিল। বিদেশীয়ে ধ্বংস নকৰা হলে আজিও সেইবিলাক ঠাইত মূল সংস্কৃত গ্ৰন্থবিলাক পোৱা গ'লহেঁতেন। এতিয়াও বিচাৰিলে একাদশ শতাব্দীৰ আগৰ কিছুমান পুথি দেখিবলৈ পোৱা যায়।

* * * * *

সম্ৰাট অশোকৰ পুতেকে যি দৰে সিংহলত বৌদ্ধধৰ্ম্ম প্ৰচাৰ কৰিছিল আচাৰ্য্য শান্তৰক্ষিতেও সেইদৰে ভোট দেশত বৌদ্ধধৰ্ম্মৰ ভেটি কটকটীয়া কৰি তুলিছিল। অৱশ্যে শান্তৰক্ষিতৰ আগেয়েই ভোট সম্ৰাট স্ৰোঙচন-সৃগেম-পোৰ সময়ত বৌদ্ধধৰ্ম্ম তিব্বতত প্ৰৱেশ কৰিছিল। এই জনা সম্ৰাটেই (খ্ৰীঃ-৬১৮-৫০) নেপাল জয় কৰি অংশুবৰ্ম্মাৰ ৰাজকুমাৰীক বিয়া কৰায় আৰু চীন সীমান্তৰ বহুত প্ৰদেশ নিজৰ সাম্ৰাজ্যৰ ভিতৰুৱা কৰি চীন সম্ৰাটৰ কন্যাকো বিয়া কৰায়। এই দুয়োগৰাকী ৰাণীয়েই বৌদ্ধ আছিল আৰু এই দুয়োগৰাকীৰ লগতেই বৌদ্ধধৰ্ম্ম ভোট দেশলৈ আহে। লাচাৰ আটাইতকৈ পুৰণা বৌদ্ধমন্দিৰ দুটা ৰশেছে আৰু চীৰেম্পোছে সম্ৰাট স্ৰোঙচনেই নিৰ্ম্মাণ কৰে। এইটো সত্বেও সেই সময়ত তিব্বতত ভিক্ষু-বিহাৰ নাছিল, কোনো ভিক্ষুও নাছিল নাইবা বৌদ্ধধৰ্ম্মৰ ভেটি কটকটীয়াও নাছিল। এই সকলোবিলাক কীৰ্ত্তি আচাৰ্য্য শান্তৰক্ষিতৰ; তেওঁৰ প্ৰতিভাৰ দ্বাৰাই তিব্বতত বৌদ্ধধৰ্ম্মৰ ভেটি দৃঢ় হয়। তলত তেওঁৰ চমু জীৱনী চৰিত্ৰ দিয়া হ'ল।



মগধৰ পূব সীমাত থকা অঙ্গপ্ৰদেশ পালি আৰু সংস্কৃত সাহিত্যত প্ৰসিদ্ধ আছিল। মধ্যযুগত এই প্ৰদেশৰ পূৰ্ব্বাঞ্চল সহোৰ নামে জনাজাত আছিল। ভোটানৰ মানুহে সহোৰক জহোৰ বুলি কৈছিল। সহোৰক মানুহে ভঙ্গল বা ভগল বুলিও কৈছিল। সেই প্ৰদেশৰ প্ৰধান নগৰ ভাগলপুৰে আজিও সেই নামৰ চিন ৰাখিছে। এই প্ৰদেশৰ গঙ্গাৰ পাৰত এটা সৰু পাহাৰৰ তলত পাল বংশৰ ৰজা দেৱপালে (খ্ৰীঃ ৮০০-৮৩৭) এটা বিহাৰ নিৰ্ম্মাণ কৰিছিল। ওচৰত থকা ৰাজপুৰী বিক্ৰমপুৰীৰ নাম অনুসাৰে সেই বিহাৰ বিক্ৰমশিলা নামে জনাজাত হৈছিল। ভোটীয়-সাহিত্যত বিক্ৰমপুৰীৰ নাম ভাগলপুৰ বুলিও পোৱা যায়। সেই সাহিত্যত লিখা আছে সে ভাগলপুৰ কোনো এটা ৰাজ-বংশৰ ৰাজধানী আছিল আৰু তাত একলাখ পৰিবাৰৰ বসতি আছিল। যি ৰাজ বংশত ভোট দেশৰ অন্যতম মহান্ ধৰ্ম্ম প্ৰচাৰক দীপঙ্কৰ শ্ৰীজ্ঞান অৰ্থাৎ অতীশৰ (জন্ম খ্ৰীঃ ৯৮২,, মৃত্যু ১০৫৪) জন্ম হৈছিল সেই ৰাজ বংশতেই সপ্তম শতিকাৰ মাজভাগত (অন্ত খ্ৰীঃ ৬৫০) আচাৰ্য্য শান্তৰক্ষিতে জন্ম গ্ৰহণ কৰে।

নালন্দাৰ মাটি বহুতবাৰ তথাগতৰ ভৰিৰ ধূলা পৰি পবিত্ৰ হৈছিল। ভগৱান বুদ্ধই বাৰিষা কাল ইয়াতেই কটাইছিল। ইয়াৰ অতি ওচৰত নালক নামে গাওঁ এখন আছিল। নালকতে ভগৱান বুদ্ধৰ সৰ্ব্বপ্ৰধান শিষ্য ধৰ্ম্ম সেনাপতি আৰ্য্য সাৰিপুত্তৰ জন্ম হয়। ইয়াত বুদ্ধ জীয়াই থকা কালতেই প্ৰবাৰক শেঠে নিজৰ আমগছৰ বাগিচাখন দান কৰিছিল। এই ঠাইৰ

পবিত্ৰতা সহজেই উপলব্ধি কৰিব পাৰি। ইয়াত আগৰেপৰাই বিহাৰ আছিল। সম্ৰাট অশোকৰ সময়ত তৃতীয় ধৰ্ম্ম সঙ্গীতিত ( অৰ্থাৎ কনফাৰেন্সত ) সৰ্ব্বাস্তিবাদ আদিনিকায়ক (সম্প্ৰদায়) স্থবিৰবাদৰপৰা বাহিৰ কৰি দিয়া হয়। ফলত সৰ্ব্বাস্তিবাদী আৰু তেনে ধৰণৰ আন আন সম্প্ৰদায়ে নালন্দাত সভা এখন স্থাপন কৰে। তেতিয়াৰে পৰা নালন্দা সৰ্ব্বাস্তিবাদী সকলৰ কেন্দ্ৰস্থল হয়। তাৰ পিচত বৌদ্ধদ্বেষী ব্ৰাহ্মণ মতাবলম্বী শুঙ্গ বংশই বৌদ্ধ মৌৰ্য্যকুল ধ্বংস কৰি ১৮৮ খ্ৰীষ্টাব্দত মগধৰ সিংহাসন অধিকাৰ কৰে। তেতিয়া দেশৰ পৰিস্থিতি বিপৰীত ফালে ঢাল খোৱাত সকলো বৌদ্ধ সম্প্ৰদায়ে মগধ ত্যাগ কৰি নিজৰ নিজৰ কেন্দ্ৰবিলাক দেশদেশান্তৰত স্থাপন কৰে। সৰ্ব্বাস্তিবাদীবিলাকে মথুৰাৰ ওচৰৰ গোবৰ্দ্ধন পৰ্ব্বতত কেন্দ্ৰ স্থাপন কৰে আৰু এই সময়তে তেওঁলোকে নিজৰ পিটক সংস্কৃতত ৰূপান্তৰিত কৰাত সেই সময়ৰ সৰ্ব্বাস্তিবাদ বুৰঞ্জীত "আৰ্য্য সৰ্ব্বাস্তিবাদ" নামে পৰিচিত হয়। পিচত মহা কুষাণ ৰাজকুল তেওঁলোকৰ ওপৰত বিশেষ শ্ৰদ্ধাশীল হোৱাত তেওঁলোকৰ কেন্দ্ৰ মথুৰাৰপৰা কাশ্মীৰ গন্ধাৰলৈ নিয়া হয়। কাশ্মীৰ গন্ধাৰৰ সৰ্ব্বাস্তিবাদেই মূল সৰ্ব্বাস্তিবাদ নামে খ্যাত। এই সম্প্ৰদায়ৰ মানত সম্ৰাট কণিষ্ক দ্বিতীয় অশোক আছিল। তেওঁ তক্ষশীলাত থকা ধৰ্ম্মৰাজিকা স্তুপত "আচৰিয়ণাং সব্বতথৰদিনং পৰিগাহে" এই বাক্যযাৰ অঙ্কিত কৰি সেইটো মূল সৰ্ব্বাস্তিবাদৰ নামে উৎসৰ্গ কৰে। কণিষ্কৰ সময়তে চতুৰ্থ মহতী বৌদ্ধধৰ্ম্ম পৰিষদ প্ৰতিষ্ঠিত হয়। সেই পৰিষদত মূল সৰ্ব্বাস্তিবাদ অনুসাৰে ত্ৰিপিটকৰ বহল টীকা প্ৰস্তুত কৰা হয়। এই টীকাৰ নাম "বিভাষা"।

এই মূল সৰ্ব্বাস্তিবাদৰপৰাই মহাযানৰ উৎপত্তি। ইয়াত বৈপুল্য (পালি বৈতুল্ল) অৱতংসক আদি সূত্ৰ নিজা সূত্ৰপিটক ৰূপে আছে। কেৱল মাত্ৰ সৰ্ব্বাস্তিবাদৰ বিনয় বিনয়পিটকৰূপেই থাকে। মহাযানৰপৰা বজ্ৰযান ওলায়। তাৰ পিচত বৌদ্ধধৰ্ম্মৰ এনেকুৱা এটা অৱস্থা হ'ল যিটো আমি এটা উপমাৰ দ্বাৰা বুজাই দিওঁ। নাও এখন অতিকৈ বোজাই হলে যেনেকৈ ডুবো ডুবো অৱস্থা হয় বৌদ্ধধৰ্ম্মৰো ঠিক তেনেকুৱা এটা অৱস্থাই হৈছিল। সেই সময়ত (১২শ শতিকা খ্ৰীঃ) সহজযান নামে ঘোৰ বজ্ৰযানৰ উদয় হোৱা



সত্বেও নালন্দা, বিক্ৰমশিলা, ওদন্তপুৰী আদি মহাবিহাৰত মূল সৰ্ব্বাস্তিবাদৰ বিনয় পিটক মানি চলিছিল। ভোটীয় ভিক্ষুসকলে আজিও এইটো মানে আৰু তেওঁলোকে মূল সৰ্ব্বাস্তিবাদৰ বিনয়, বোধিসত্ব (মহাযান) আৰু বজ্ৰযান এই তিনিওটাৰেই শীল ধাৰণ কৰে বুলি গৌৰৱ কৰে। এই কথাৰ অৰ্থ আনে সহজে বুজা টান। কিয়নো যি কোনো মানুহে এহেজাৰ মান শীল অনায়াসেই ধাৰণ কৰিব পাৰিলেও তেওঁলোকে পৰস্পৰ বিৰোধী পোহৰ আৰু আন্ধাৰ কেনেকৈ একে ঠাইতে থাকিব পাৰে সেইটো প্ৰকাশ কৰি নকয়। কোৱা নিষ্প্ৰয়োজন বিনয় আৰু বজ্ৰযান অতি বেছিকৈ পৰস্পৰ বিৰোধী।

শান্তৰক্ষিতৰ সময়ত নালন্দাৰ মহিমা বহুত ঠাইলৈকে বিয়পি গৈছিল। তাৰ কিছুদিন আগেতেই হিউয়েন চাঙে সেই ঠাইতে বিদ্যাৰ্জ্জন কৰি গৈছিল। তেতিয়া সেই ঠাইত বজ্ৰযান বা তন্ত্ৰযানৰ প্ৰভাৱ আছিল। শান্তৰক্ষিতে সেই ঠাইতে গৃহত্যাগ কৰি আচাৰ্য্য জ্ঞানগৰ্ভৰ ওচৰত মূল সৰ্ব্বাস্তিবাদ বিনয় মতে প্ৰব্ৰজ্যা, উপসম্পদা, (অনুমান ৬৭৫ খ্ৰীঃ) আৰু শান্তৰক্ষিত নাম গ্ৰহণ কৰে। নালন্দাতেই তেওঁৰ গুৰুৰ ওচৰত সুচাৰুকৈ ত্ৰিপিটক অধ্যয়ন কৰাৰ পাচত তেওঁ বোধিসত্ব মাৰ্গীয় (মহাযানিক) অভিসময়ালঙ্কাৰ আদি পঢ়িবলৈ আচাৰ্য্য বিনয়সেনৰ ওচৰলৈ যায়। আচাৰ্য্যৰ ওচৰত তেওঁ মহাযান মাৰ্গৰ বিস্তৃত আৰু গম্ভীৰ দুয়োটা ক্ৰমৰ সৈতে আৰ্য্য নাগাৰ্জ্জুনৰ* মাধ্যমিক সিদ্ধান্তও পাঠ কৰে। পিচত তাৰ ওপৰতেই ভিত্তি কৰি তেওঁ সটীক "মাধ্যমিকালঙ্কাৰ" নামে গ্ৰন্থ ৰচনা কৰে।

চীনা ভিক্ষু ঈ-চিও নালন্দাত শান্তৰক্ষিতৰ সমসাময়িক আছিল। কিন্তু এটা আচৰিত কথা, খ্ৰীঃ ৬৭১—৯৫ ৰ ভিতৰত প্ৰণীত তেওঁৰ পুথিত বহুত পণ্ডিতৰ নাম থকা সত্বেও শান্তৰক্ষিতৰ কোনো উল্লেখ নাই। বোধ হয় তেতিয়াও তেওঁ প্ৰসিদ্ধি লাভ কৰা নাছিল। পাঠ শেষ কৰি শান্তৰক্ষিতে নালন্দাতেই অধ্যাপন কাৰ্য্য আৰম্ভ কৰে। তেওঁৰ ছাত্ৰবিলাকৰ মাজত পিচলৈ হৰিভদ্ৰ আৰু কমলশীল যশস্বী লিখক হৈ উঠে। মূল ভাষাত লোপ

*মহাযানৰ প্ৰবৰ্ত্তক নাগাৰ্জ্জুনে খ্ৰীষ্টীয় দ্বিতীয় শতিকাত ছত্তিশগড় অঞ্চলত জন্ম গ্ৰহণ কৰে। ভাৰতীয় দৰ্শন আৰু চিকিৎসা শাস্ত্ৰ আদিত তেওঁ ন, ন, বিচাৰ আৰু তথ্য প্ৰৱৰ্ত্তন কৰে।

পালেও ভোটীয় বা ভোট ভাষাৰ অনুবাদ তংগ্যুৰ সংগ্ৰহত তেওঁলোক দুজনৰ বহুত সংস্কৃত গ্ৰন্থ পোৱা যায়। আচাৰ্য্য শান্তৰক্ষিতৰ বহুত দাৰ্শনিক গ্ৰন্থও সেই সংগ্ৰহত ভাষান্তৰ ৰূপে পোৱা যায়; সংস্কৃতত সেই পুথিবিলাকৰ অস্তিত্ব লোপ হৈছে, কেৱল আন পুথিত সাৰাংশ বা উল্লেখ মাত্ৰ কৰাহে আছে। আচাৰ্য্যই তন্ত্ৰৰো বহুত পুথি লিখিছিল। কিন্তু মূল সংস্কৃতত এতিয়া তাৰে দুখন পুথিহে পোৱা যায়। সেই পুথি দুখনৰ নাম হৈছে— "তত্ত্ব সংগ্ৰহ কাৰিকা" আৰু "জ্ঞানসিদ্ধি"।

এই বিলাক আচাৰ্য্য শান্ত ৰক্ষিতৰ ভাৰতত বাস কৰা কালৰ কীৰ্ত্তি। ভোটানত তেওঁৰ ধৰ্ম্মপ্ৰচাৰৰ কাহিনী শুনিলে আচৰিত হব লাগে। ৭১৯ খ্ৰীষ্টাব্দত যেতিয়া ভোট সম্ৰাট স্ৰোঙ্‌চন সৃগেমৰ পঞ্চম উত্তৰাধিকাৰী খ্ৰী-স্ৰোং-ল্দে-বচন ৰাজ পাটত উঠে তেতিয়া তেওঁ বয়সত ল'ৰা আছিল। এই সম্ৰাটেই তিব্বতৰ ধৰ্ম্মাশোক। সেই সময়ত চীনৰ লগত ভোট দেশৰ ঘনিষ্ঠ বৈবাহিক সম্বন্ধ আছিল আৰু লাচাত সেই কাৰণে বহুত চীনা বৌদ্ধভিক্ষুৰ সমাগম হৈছিল। সম্ৰাটৰ ধৰ্ম্মৰ প্ৰতি যিটো পিয়াহ আছিল সেইটো সেই বিলাকে দূৰ কৰিব নোৱাৰাত তেওঁ ধৰ্ম্ম আৰু ধৰ্ম্মৰ পুথিবিলাকত জ্ঞানবান কোনো আচাৰ্য্যক আনিবলৈ ভাৰতলৈ মানুহ পঠিয়ায়। ভোট ৰাজদূতে প্ৰথমে বজ্ৰাসন অৰ্থাৎ বুদ্ধগয়ালৈ গৈ সম্ৰাটৰ কাৰণে পূজা দিয়ে। তাৰ পিচত তেওঁ নালন্দালৈ যায়। আচাৰ্য্য শান্তৰক্ষিত নেপালত থকা শুনি তেওঁ নেপাললৈ গৈ সম্ৰাটে পঠিওৱা উপঢৌকন শান্তৰক্ষিতৰ আগত দাঙি ধৰি সম্ৰাটৰ প্ৰাৰ্থনা নিবেদন কৰে। আচাৰ্য্য মান্তি হোৱাত তেওঁক বহুত সন্মান দেখুৱাই লাচালৈ অনা হয়। তাত তেওঁৰ উপদেশবিলাক যথেষ্ট ফল দায়ক হয় আৰু তৰুণ ৰজা তেওঁৰ দ্বাৰা বিশেষকৈ প্ৰভাৱান্বিত হয়। কিন্তু এই কথাত সভাসদবিলাক আৰু আন আন কিছুমান মানুহ অসন্তুষ্ট হয়। সেই সময়ত তাত জ্বৰ-বেমাৰ আৰু নানা প্ৰকাৰ অশান্তি হৈছিল। সেই পৰশ্ৰীকাতৰ মানুহবিলাকে শান্তৰক্ষিতৰ শিক্ষাৰ ফলত স্থানীয় দেৱ-দেৱীবিলাক অসন্তুষ্ট হোৱাৰ কাৰণেই তেনেকুৱা হৈছে বুলি প্ৰচাৰ কৰিব ধৰিলে। তেতিয়া শান্ত ৰক্ষিত নেপাললৈ ঘূৰি যায় (খ্ৰীঃ ৭২৪)।



তেওঁ আহিলত চীন দেশৰ সঙশী প্ৰদেশৰ বহুত বিদ্বান বৌদ্ধ লাচালৈ যায়। ৰাজসভাত তেওঁলোকক বিশেষ সন্মান দেখুৱা হয় আৰু ৰজায়ো তেওঁলোকৰ দ্বাৰা যথেষ্ট ৰূপে প্ৰভাৱান্বিত হয়। কিন্তু কিছু দিন পিচত ৰজাই আকৌ বয়সিয়াল ভাৰতীয় আচাৰ্য্য জনকে আনিবলৈ ইচ্ছা কৰে। আচাৰ্য্য শান্ত ৰক্ষিতেও ৰাজ-নিমন্ত্ৰণ পাই দ্বিতীয়বাৰ লাচালৈ যায় (খৃঃ ৭২৬)। ভোট ইতিহাসত লিখা আছে যে এইবাৰ স্থানীয় দেৱ-দেৱীৰ ক্ৰোধৰপৰা ৰক্ষা পাবলৈ তেওঁ উৰিষ্যা ৰাজবংশ-জাত আচাৰ্য্য পদ্মসম্ভৱক আনিবলৈ সম্ৰাটক অনুৰোধ কৰে। সেইমতে আচাৰ্য্য পদ্মসম্ভৱ আহি মন্ত্ৰৰ বলেৰে ভোট দেশৰ দেৱ-দেৱী, ডাকিনী, যোগিনী, যক্ষিণী, সৰ্পিনী, ভূত-প্ৰেত, যক্ষ-বেতাল, আদিক পৰাস্ত কৰে আৰু বৌদ্ধধৰ্ম্ম প্ৰচাৰত সহায় কৰিবলৈ সিহঁতৰ হতুৱাই প্ৰতিজ্ঞা কৰোৱাই এৰি দিয়ে।

আচাৰ্য্যই তাৰ পিচত সম্ৰাটৰ সহায়ত লাচাৰপৰা দুদিন যোৱাৰ বাটত ব্ৰহ্মপুত্ৰৰ পাৰত বসম্ যস্ (সম্-য়ে) বিহাৰ নিৰ্ম্মাণ (অগ্নি-স্ত্ৰী-শশবৰ্ষ = ৭৩৭ খৃঃ) আৰম্ভ কৰি বাৰ বছৰ পিচত (ভূমি-স্ত্ৰী-শশবৰ্ষ = ৭৩৮ খৃঃ) তাৰ নিৰ্ম্মাণ কাৰ্য্য শেষ কৰে। সম্-য়ে বিহাৰ উদন্তপুৰী বিহাৰৰ নমুনাত তৈয়াৰী আৰু ই বাৰখন প্ৰাঙ্গণ যুক্ত; এইখনেই ভোট দেশৰ আটাইতকৈ পুৰণি বিহাৰ। বিহাৰ সজা শেষ হলত বৌদ্ধধৰ্ম্মৰ বহুল প্ৰচাৰ কৰাৰ পিচত ভোট দেশত ভিক্ষু-আচাৰ কিদৰে গ্ৰহণ কৰিব লাগে সেইটো দেখুৱাবৰ কাৰণে বাৰজন মূল সৰ্ব্বাস্তিবাদীক মাতি আনি তেওঁলোকৰ আগতে জল-মেষবৰ্ষত (৭৪২ খৃঃ) য়ে শেস্ ৰঙ্ পোকে (জ্ঞানেন্দ্ৰ) আদি কৰি সাতজন ভোটীয়ক ভিক্ষু কৰে।

আচাৰ্য্য শান্ত ৰক্ষিতে তেওঁৰ ভোটীয় শিষ্যবৰ্গৰ সৈতে কেইখনমান সংস্কৃত পুথিৰ অনুবাদ কৰিছিল, কিন্তু দুই এখনৰ বাহিৰে এতিয়া সেই-বিলাকৰ চিন নাই। মানুহে কয় আচাৰ্য্যই অন্তিম সময়ত শিষ্য খ্ৰী-স্ৰোঙক মাতি আনি কয় যে তাত ঘৰুৱা দলাদলি আৰম্ভ হলে তেওঁৰ ছাত্ৰ কমলশীলক যেন ভাৰতবৰ্ষৰপৰা অনা হয়, তেতিয়া, কমলশীলেই সেই ঘৰুৱা কাজিয়া-বিলাকৰ এটা মীমাংসা কৰি দিব। আচাৰ্য্য শান্ত ৰক্ষিতৰ বয়স তেতিয়া প্ৰায় এশ বছৰ—(আনুমানিক ৭৫০ খৃঃ)। সেই সময়ত কিবা এটা দুৰ্ঘটনাত

তেওঁৰ জীৱন লীলা সাং পৰে। তেওঁৰ পৱিত্ৰ দেহাৱশেষ আজিও সমূথৰ এখন চৈত্যত অতীত কালৰ ভাৰতীয় পণ্ডিতসকলৰ বাৰ্দ্ধক্য আৰু জৰাৰ প্ৰতি অৱহেলা আৰু কৰ্ত্তব্যত দৃঢ় সংকল্পৰ জলন্ত দৃষ্টান্ত স্বৰূপে বিৰাজ কৰিছে। তেওঁৰ মৃত্যুৰ পিচত ভিক্ষুবিলাকৰ মাজত হাই-কাজিয়া আৰম্ভ হোৱাত ৰজাই আচাৰ্য্যই কৈ যোৱা মতে কমলশীলক মাতি আনে আৰু কমলশীলে লাচাৰৈ গৈ শাস্ত্ৰৰ প্ৰকৃত অৰ্থ ব্যাখ্যা কৰি সেই হাই-কাজিয়াৰ ওৰ পেলায়।

আচাৰ্য্য শান্তৰক্ষিতক তিব্বতত বৌদ্ধধৰ্ম্ম সংস্থাপক বুলি ভোটবাসী সকলে মানিলেও সিংহলত যেনেকৈ মহেন্দ্ৰৰ স্মৃতিপূজাৰ উৎসৱ হয়, আচাৰ্য্যৰ উদ্দেশ্যে ভোট দেশত তেনে একো পালন কৰা নহয়। কাৰণ বিচাৰিবলৈ বেছি দূৰ যাব নালাগে। ভোট দেশত ভগবান বুদ্ধৰ স্বাভাৱিকতাপূৰ্ণ, মধুৰ, সৰল হৃদয়স্পৰ্শী সূত্ৰতকৈও ভূত-প্ৰেত, যাদু-মন্ত্ৰৰ আদৰ বেছি। শান্ত ৰক্ষিতে যদিও তন্ত্ৰৰ পুথি লিখিছিল তেওঁ প্ৰকৃততে গভীৰ দাৰ্শনিক হে আছিল। সদায় যাদুমন্ত্ৰৰ প্ৰভাৱত থকা ভোটবাসী সকলে তেওঁৰ মোল ভালকৈ বুজিব নোৱাৰিলে। পদ্মসম্ভৱ আৰু আন আন কিছুমানে বোধকৰো ভোটবাসীসকলৰ ভূতশান্তি-মন্ত্ৰ আদিৰ প্ৰতি স্বাভাৱিক হেপাহ পূৰাব পাৰিছিল। সেই কাৰণেই অতি ডাঙৰ গুম্বাৰ বাহিৰে কতো পণ্ডিত বোধিসত্ত্বৰ ( শান্ত ৰক্ষিত ) ছবি বা মূৰ্ত্তি দেখা নাযায়, কিন্তু পদ্মসম্ভৱৰ ছবি প্ৰতি ঘৰে ঘৰে পোৱা যায়।

বৌদ্ধধৰ্ম্মত চাৰিটা প্ৰধান দাৰ্শনিক মত বা "বাদ" প্ৰচলিত আছে। যেনে বৈভাষিক, সৌত্ৰান্তিক, যোগাচাৰ আৰু মাধ্যমিক। বিভাষিকসকলৰ প্ৰধান গ্ৰন্থ হৈছে কাত্যায়নী পুত্ৰই লিখা "জ্ঞান প্ৰস্থান"। এই শাস্ত্ৰৰ ছয় অঙ্গ। ইয়াৰ বাহিৰেও বসুবন্ধুৰ "অভি ধৰ্ম্মকোষৰ" উত্তৰত লিখা সঙ্ঘভদ্ৰৰ "ন্যায়ানুসাৰ" গ্ৰন্থও এওঁলোকৰ শাস্ত্ৰৰ ভিতৰত পৰে। সৌত্ৰান্তিকী সকলৰ প্ৰধান গ্ৰন্থ হৈছে—আচাৰ্য্য বসুবন্ধুৱে ৰচনা কৰা "অভি ধৰ্ম্মকোষ"। বৈভাষিক দৰ্শনৰ পৰিচয় চীন ভাষাত আৰু চৈনিক আখৰতেই কেৱল পোৱা যায়। বসুবন্ধুৰ "অভি ধৰ্ম্মকোষখন" কিছুমান টীকা আৰু ভাষ্যৰ সৈতে ভোট ভাষাত আছে। যোগাচাৰিসকল হ'ল বিজ্ঞানবাদী আৰু মাধ্যমিক



সকল হ'ল শূন্যবাদী। যোগাচাৰৰ প্ৰধান আচাৰ্য্য অসঙ্গ। তেওঁ বসুবন্ধুৰ ককায়েক। অসঙ্গৰ জন্ম হয় পেছোৱাৰ নগৰত। শূন্যবাদৰ প্ৰধান আচাৰ্য্য নাগাৰ্জ্জুন। এই দুয়োটা মত মহাযানৰ ভিতৰত পৰে। চীন জাপানৰ বৌদ্ধবিলাক বিজ্ঞানবাদী আৰু ভোট দেশৰ বৌদ্ধবিলাক শূন্যবাদী; শূন্যবাদ বজ্ৰযানৰ সহায়ক, সেই কাৰণে ভোট দেশত তাৰ প্ৰভাৱ স্বাভাৱিক।

আচাৰ্য্য শান্তৰক্ষিতে যদিও মাধ্যমিক সিদ্ধান্তৰ ওপৰত 'মাধ্যমিকালঙ্কাৰ' ৰূপ জ্ঞানগৰ্ভ গ্ৰন্থ লিখিছিল তথাপি তেওঁ বিজ্ঞানবাদীয়েই আছিল। ভোট ভাষাত লিখা তেওঁৰ জীৱনীৰ লগত থকা তত্ত্ব সংগ্ৰহৰপৰা সেইটো বুজিব পাৰি। শান্ত ৰক্ষিতে তেওঁৰ সমসাময়িক আৰু তেওঁৰ আগৰ কালৰ সকলোবিধ দাৰ্শনিক মতৰ গভীৰ বিচাৰ সংগ্ৰহ ৰূপে যি অপূৰ্ব্ব গ্ৰন্থ থৈ গৈছে তাৰপৰা তেওঁৰ অগাধ পাণ্ডিত্যৰ পৰিচয় পোৱা যায়। এই গ্ৰন্থত ৩৬৪৬ শ্লোক, ছাব্বিশটা অধ্যায় বা "পৰীক্ষা" আছে।

* * * * * *

ভোট দেশত ভাৰতীয় আচাৰ্য্য সকলৰ মাজত শান্ত ৰক্ষিত আৰু দীপঙ্কৰ শ্ৰীজ্ঞান বিশেষ ভাৱে সম্মানিত। দীপঙ্কৰৰ তিব্বতীয় নাম "অতিশা", "জোবো" ( স্বামী ), বা "জোবো-জে" ( স্বামী ভট্টাৰক)। এওঁলোক দুয়োজনেই সহোৰ প্ৰদেশৰ ৰাজবংশৰ মানুহ। বঙালী পণ্ডিত সকলে "অতীশা" বঙালী আছিল বুলি কয়। "বৌদ্ধ গান আৰু দোহা" নামে পুথিৰ পাতনিত মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়েও এইদৰে জালন্ধৰী, কাহ্ন, সৰজ আদি কবিবিলাকক বঙালী বুলি প্ৰমাণ কৰিছিল। সি যি নহক সহোৰ বঙ্গদেশত নাছিল, বিহাৰত হে আছিল। বিক্ৰমশিলাৰ ওচৰৰ এই অঞ্চল মুছলমানবিলাক অহাৰ আগেয়ে "ভাগন" নামে জনাজাত আছিল। সহোৰৰ ৰাজধানী বৰ্ত্তমানৰ কহুল গ্ৰামৰ ওচৰৰ কোনো এঠাইত আছিল। দশম শতাব্দীত ৰজা কল্যাণশ্ৰী এই ৰাজ্যৰ শাসক আছিল। সেই সময়ত বিহাৰ প্ৰদেশ বঙ্গৰ পালবংশৰ কৰতলীয়া ৰাজ্য হিচাবে আছিল। গতিকে ৰাজা কল্যাণশ্ৰীও পালবংশৰ তলত আছিল। তেওঁৰ ৰাণী শ্ৰীপ্ৰভাৱতীৰ "কাঞ্চন ধ্বজ" ৰাজ প্ৰাসাদত ভোটীয় জল-পুৰুষ অশ্ব বৰ্ষত ( ৯৮২ খৃঃ ) এটা ল'ৰাৰ জন্ম হয়। পিচলৈ এই ল'ৰাটিয়েই বুৰঞ্জীত দীপঙ্কৰ শ্ৰীজ্ঞান নামে

জনাজাত। কল্যাণশ্ৰীৰ পদ্মগৰ্ভ, চন্দ্ৰগৰ্ভ আৰু শ্ৰীগৰ্ভ নামে তিনজন ল'ৰাৰ মাজত এওঁ প্ৰথম। তিনি বছৰ বয়সত কুমাৰ চন্দ্ৰগৰ্ভক ওচৰৰ বিক্ৰমশিলালৈ পঢ়িবলৈ পঠোৱা হয়। এঘাৰ বছৰ বয়সত তেওঁ গণিত আৰু ব্যাকৰণ এই দুয়োটাই উত্তমৰূপে আয়ত্ব কৰে।

প্ৰাৰম্ভিক অধ্যয়ন শেষ হোৱাৰ পিচত ৰাজকুমাৰে ভিক্ষু হৈ নিশ্চিন্ত মনে বিদ্যাৰ্জ্জন কৰিবলৈ সঙ্কল্প কৰিলে। এদিন ঘুৰি ফুঁৰোতে হাবিৰ মাজত এখন পথাৰত উপস্থিত হৈ শুনিলে যে তাত মহাবৈয়াকৰণ পণ্ডিত জেতাৰি আছে। কুমাৰ তেওঁৰ ওচৰলৈ যোৱাত তেওঁ প্ৰশ্ন কৰিলে "'তুমি কোন ?" কুমাৰে উত্তৰ দিলে, "মই এই দেশৰ গৰাকীৰ ল'ৰা।" জেতাৰিৰ কাণত এই কথা অভিমান-সূচক বুলি বোধ হোৱাত তেওঁ কলে, "মোৰ গৰাকী নাই, দাস নাই, ৰক্ষকো নাই। তুমি যদি পৃথিবীৰে অধিপতি তেন্তে গুচি যোৱা।"

মহাবৈৰাগী জেতাৰিৰ কথা কুমাৰে আগৰপৰা শুনিছিল। এইবাৰ অতি বিনয়ৰ সৈতে নিজৰ সঙ্কল্পৰ কথা নিবেদন কৰি গৃহত্যাগৰ ইচ্ছা প্ৰকাশ কৰিলে। জেতাৰিয়ে তেওঁক নালন্দালৈ যাবলৈ উপদেশ দিলে।

বৌদ্ধধৰ্ম্ম মতে বাপেক মাকৰ অনুমতি নোলোৱাকৈ কোনেও শ্ৰমণ বা ভিক্ষু হব নোৱাৰে। অতি কষ্টেৰে অনুমতি লৈ কেইজনমান অনুচৰ লগত লৈ কুমাৰ চন্দ্ৰগৰ্ভ নালন্দালৈ গ'ল। সেই ঠাইৰ ৰজাৰ ওচৰলৈ যোৱাত তেওঁ কুমাৰৰ পৰিচয় ললে আৰু কুমাৰক সুধিলে তেওঁ কি কাৰণে বিক্ৰমশিলা এৰি ইমান দূৰলৈ আহিছে। চন্দ্ৰগৰ্ভই নালন্দাৰ প্ৰাচীনত্ব আৰু আন আন গুণবিলাক ব্যাখ্যা কৰাত ৰজাই বৰ সমাদৰ কৰি নালন্দাত কুমাৰক থাকিবলৈ সুন্দৰ ব্যৱস্থা কৰি দিলে। বিশ বছৰ বয়সৰ আগত ভিক্ষু হোৱাৰ নিয়ম নাই, কুমাৰৰ বয়স সেই সময়ত বাৰ বছৰ মাথোন; গতিকে নালন্দাত স্থবিৰ বোধিভদ্ৰই কুমাৰক শ্ৰমণ হিচাবে দীক্ষা দান কৰিলে। পীতবস্ত্ৰ ধাৰণ কৰাৰ লগে লগে তেওঁৰ নাম হ'ল দীপঙ্কৰ শ্ৰীজ্ঞান। সেই সময়ত আচাৰ্য্য বোধিভদ্ৰৰ গুৰু অবধূতী পাদে ( আন নাম অদ্বয়বজ্ৰ, অবধূতীপা, মৈত্ৰীগুপ্ত বা মৈত্ৰপা ) ৰাজগৃহত কালশিলাৰ দক্ষিণ ফালে নিৰ্জ্জন বাস কৰিছিল। তেওঁ মহাপণ্ডিত আৰু সিদ্ধ আছিল। বোধিভদ্ৰই আচাৰ্য্য অবধূতী পাদৰ ওচৰলৈ দীপঙ্কৰক লৈ গ'ল আৰু তেওঁৰ অনুমতি লৈ



দীপঙ্কৰক তেওঁৰ ওচৰত শিক্ষালাভ কৰিবলৈ এৰি থৈ আহিল। ১২ বছৰৰ পৰা ১৮ বছৰ বয়সলৈকে তাত থাকি দীপঙ্কৰে ভালকৈ শাস্ত্ৰ অধ্যয়ন কৰিলে।

ওঠৰ বছৰ বয়সত দীপঙ্কৰে মন্ত্ৰ-শাস্ত্ৰ শিকিবলৈ সেইসময়ৰ বিখ্যাত তান্ত্ৰিক, চৌৰাশী সিদ্ধাৰ অন্যতম আৰু বিক্ৰমশিলা বিহাৰৰ উত্তৰ দ্বাৰৰ দ্বাৰ-পণ্ডিত নাৰোপাৰ ( নাডপাদ ) ওচৰলৈ গ'ল আৰু একৈশ বছৰ বয়সলৈকে তেওঁৰ ওচৰত থাকি শিক্ষা লাভ কৰিলে। দীপঙ্কৰৰ বাহিৰেও প্ৰজ্ঞাৰক্ষিত, কনকশ্ৰী আৰু মনকশ্ৰী ( মাণিক্য ) নাৰোপাৰ প্ৰধান শিষ্য আছিল। তিব্বতৰ মহাসিদ্ধ মহাকবি জেচুন মিনা-ৰে-পাৰ গুৰু লোচবাও নাৰোপাৰ শিষ্য আছিল।

সেই সময়ত বুদ্ধগয়াৰ মহাবিহাৰত এজন বিদ্বান ভিক্ষু আছিল। তেওঁ বজ্ৰাসন অৰ্থাৎ বুদ্ধগয়াবাসী আছিল বুলি বজ্ৰাসনীয় নামেৰেই খ্যাত আছিল। নাৰোপাৰ ওচৰত শিক্ষা সমাপ্ত কৰি দীপঙ্কৰে বজ্ৰাসন মতিবিহাৰ নিবাসী মহাস্থবিৰ মহাবিনয়ধৰ শীলৰক্ষিতৰ ওচৰলৈ গৈ তেওঁকে গুৰু বৰণ কৰি উপসম্পদা ( ভিক্ষু-দীক্ষা ) লাভ কৰে।

একত্ৰিশ বছৰ বয়সত দীপঙ্কৰ তিনি পিটক আৰু তন্ত্ৰত পণ্ডিত হৈছিল, কিন্তু তেওঁৰ জ্ঞানৰ কাৰণে হেপাহ নকমিল। তাৰ পিচত সুবৰ্ণ দ্বীপৰ (সুমাত্ৰা) আচাৰ্য্য ধৰ্ম্মপালৰ সুখ্যাতি শুনি তেওঁৰ ওচৰত শিক্ষালাভ কৰিবলৈ যাবলৈ স্থিৰ কৰিলে। ধৰ্ম্মপালৰ পাণ্ডিত্য-গৌৰৱৰ খ্যাতি তেওঁৰ প্ৰসিদ্ধ ছাত্ৰবৰ্গ—ৰত্নাকৰ শান্তি, জ্ঞানশ্ৰীমিত্ৰ আৰু ৰত্নকীৰ্ত্তিয়ে এই দেশত যথেষ্ট ভাৱেই প্ৰচাৰ কৰিছিল। সেই খ্যাতি শুনি দীপঙ্কৰে বুদ্ধগয়া এৰি সমুদ্ৰ-পথত বহুত বাধা বিঘিনি অতিক্ৰম কৰি সুবৰ্ণ দ্বীপ পালেগৈ। তাত শুনিলে আচাৰ্য্য দেৱৰ সাক্ষাৎ পোৱা ডাঙৰ কথা। গতিকে প্ৰথমতে সেইটো চেষ্টা নকৰি দীপঙ্কৰে এবছৰমান নিৰ্জ্জন ভাৱে এঠাইত বাস কৰিবলৈ ধৰিলে। লাহে লাহে দুই এজন ভিক্ষু তেওঁৰ ওচৰলৈ অহা যোৱা কৰিবলৈ ধৰাত তেওঁৰ পাণ্ডিত্য প্ৰচাৰ হৈ পৰিল আৰু শেষত সেইটো সুবৰ্ণ দ্বীপৰ আচাৰ্য্যৰ কাণত পৰাত তেওঁ আচাৰ্য্যৰ শিষ্য হোৱাত কোনো বাধা নাথাকিল। বাৰ বছৰ আচাৰ্য্য মহীপালৰ ওচৰত সকলো শাস্ত্ৰ—বিশেষ ভাৱে দৰ্শন শাস্ত্ৰ, "অভি-

সময়ালঙ্কাৰ," "বোধিচৰ্য্যাৱতাৰ", প্ৰভৃতি অধ্যয়ন কৰাৰ পিচত তেওঁ ৰত্নদীপ আৰু ওচৰৰ আন আন দেশবিলাকো লগতে চাই ফুৰি আহিল। ভাৰতলৈ আহি তেওঁ বিক্ৰমশিলা বিহাৰতে থাকিল। তেওঁৰ বিশেষ যোগ্যতা দেখি তেওঁক ৫১ জন পণ্ডিতৰ ওপৰত ১০৮ টা দেৱালয়ৰ তত্ত্বাবধায়কৰ কামত নিযুক্ত কৰা হ'ল। তেওঁৰ আচাৰ্য্যবৰ্গৰ ভিতৰত যি সকলৰ নাম ইয়াত কোৱা হৈছে সেই সকলৰ বাহিৰেও সিদ্ধ ডোম্বী, ভূতিকোটি পাদ, প্ৰজ্ঞাভদ্ৰ আৰু ৰত্নাকৰ শান্তিৰ নাম উল্লেখ কৰিব পাৰি। দীপঙ্কৰৰ গুৰু অবধূতীপা সিদ্ধাচাৰ্য্য ডমৰুপাৰ শিষ্য; ডমৰুপা মহান সিদ্ধ আৰু কবি কহ্নপাৰ ( কৃষ্ণাচাৰ্য্যপাদ, সিদ্ধাচাৰ্য্য জলন্ধৰীপাৰ শিষ্য ) শিষ্য আছিল। কহ্নপা তেওঁৰ সময়ত ওখ তৰপৰ ছায়াবাদী হিন্দী কবি আছিল।

গুপ্ত সম্ৰাটবিলাকৰ ভিতৰত সমুদ্ৰগুপ্তৰ যি স্থান, পালবংশত ধৰ্ম্মপালৰ নাম আৰু পদমৰ্য্যাদাও ঠিক তেনেই আছিল। গঙ্গাৰ পাৰৰ এটা সুন্দৰ সৰু পাহাৰৰ ওপৰত মহাৰাজ ধৰ্ম্মপালে বিক্ৰমশিলা বিহাৰ স্থাপন কৰে। এই পৰাক্ৰমী নৃপতিৰ কৃপাদৃষ্টি থকাত এই বিহাৰে অলপ দিনৰ ভিতৰতেই বিশাল ৰূপ ধাৰণ কৰে। নালন্দাৰ দৰে ই বহুকালব্যাপী ক্ৰমোন্নতিৰ সোপান অতিক্ৰম কৰিব লগীয়া হোৱা নাই। তাত আঠজন মহাপণ্ডিত, এশ আঠজন পণ্ডিত আৰু বহুত দেশী বিদেশী বিদ্যাৰ্থী আছিল। দীপঙ্কৰৰ সময়ত ৰত্নাকৰ সঙ্ঘস্থবিৰ আছিল। আঠ মহাপণ্ডিতৰ ভিতৰত আছিল—শান্তিভদ্ৰ, ৰত্নাকৰ শান্তি, মৈত্ৰপা ( অবধূতীপা ), ডোম্বীপা, স্থবিৰ ভদ্ৰ, স্মৃত্যাকৰ সিদ্ধ ( কাশ্মীৰী ) আৰু অতিশা ( দ্বীপঙ্কৰ স্বয়ং )। বিহাৰৰ ভিতৰত অবলোকিতেশ্বৰৰ মন্দিৰ আৰু চাৰিওফালে সৰু ডাঙৰ ৫৩ টা তান্ত্ৰিক দেৱালয় আছিল। যদিও পালৰাজ্যৰ ভিতৰতেই নালন্দা, উড্ডণ্ডপুৰী আৰু বজ্ৰাসন ( বুদ্ধগয়া ) নামে আন তিনিটা মহাবিহাৰ আছিল তথাপি বিক্ৰমশিলাৰ ওপৰতহে পালৰজাসকলৰ বিশেষ কৃপাদৃষ্টি পৰিছিল। সেই ঘোৰ তান্ত্ৰিক যুগত ই তন্ত্ৰ-মন্ত্ৰৰ এটা ডাঙৰ দুৰ্গৰ দৰে আছিল। চৌৰাশী সিদ্ধাৰ প্ৰায় সকলোৱেই পালবংশৰ ৰাজত্ব কালত উদ্ভূত আৰু তেওঁলোকৰ বেছি ভাগেই এই বিক্ৰমশিলা বিহাৰৰ লগত সংশ্লিষ্ট। তিব্বতী লিখকসকলৰ মতে এই বিহাৰৰ সিদ্ধাবিলাকে নিজৰ দেৱতা, যক্ষ



প্ৰভৃতিৰ সহায়ত আৰু মন্ত্ৰ-তন্ত্ৰ, বলি প্ৰদান আদিৰে বহুতবাৰ বিহাৰ আক্ৰমণ কৰা তুৰস্ক বিলাকক (তুৰ্ক-মুছলমান) আঁতৰাই পঠাইছিল।

* * *

তিব্বত সম্ৰাট স্ৰোচন-গম্বো, ঠি স্ৰোং-দে-চন আৰু তেওঁলোকৰ বংশধৰ সকলে বৌদ্ধধৰ্ম্ম প্ৰচাৰৰ কাৰণে বহুত যত্ন কৰিছিল। প্ৰতিকূল অৱস্থাৰ কাৰণে তেওঁলোকৰেই বংশধৰ ঠি-কিৎ-দে জীমা-গোনে লাচা এৰি ডংৰী প্ৰদেশলৈ (মানস সৰোবৰৰপৰা লদাখৰ সীমালৈকে) গৈ তাত ৰাজ্য স্থাপন কৰে। এওঁৰেই ল'ৰা ম্ ডং-দগু-খোৰে নিজৰ দুজন ল'ৰা দেৱৰাজ আৰু নাগৰাজৰ লগত ভিক্ষুহৈ ভতিজাক লহ্-লাসা-যেশে-ওক ৰাজত্ব প্ৰদান কৰে ( দশম শতাব্দী )। ৰজা যেশে-ওই ( জ্ঞান গৰ্ভ ) দেখিলে যে দেশত বৌদ্ধধৰ্ম্মৰ প্ৰভাৱ কমি গৈছে আৰু মানুহে ধৰ্ম্মতত্ত্ব পাহৰি গৈছে। তেওঁ অনুভৱ কৰিলে যে ইয়াৰ প্ৰতিকাৰ নকৰিলে আগৰ সকলে জ্বলোৱা বন্তি গছি নুমাই যাব। ইয়াৰ প্ৰতিকাৰ কৰিবলৈ তেওঁ ৰত্ন ভদ্ৰ ( ৰিন্ ছেন-সঙ-পো, পিচলৈ লো-ছেন-ৰিম্পো-ছে ) প্ৰভৃতি ২১টা সদ্বংশজাত ভোটীয় ল'ৰাক দহ বছৰ নিজৰ দেশত ভালকৈ শিক্ষাদান কৰি পিচত বিদ্যাধ্যয়নৰ কাৰণে কাশ্মীৰলৈ পঠিয়াই দিয়ে। তাত তেওঁলোকে পণ্ডিত ৰত্নবজ্ৰৰ ওচৰত শিক্ষা লাভ কৰি থাকে, কিন্তু সেই একৈশ জনৰ ভিতৰত কেৱলমাত্ৰ ৰত্নভদ্ৰ আৰু সু প্ৰজ্ঞহে ( লগ্-প- শে-ৰব ) জীয়াই থাকিল। তেতিয়া ৰজা অতি দুখিত আৰু নিৰাশ হ'ল। কিন্তু তথাপি তেওঁ পাচ নুহুহকিল। তেওঁ ভাবিলে যে যেতিয়া ভাৰতৰ নিচিনা গ্ৰীষ্মপ্ৰধান দেশ এখনত তিব্বতী-মানুহ জীয়াই থকা টান তেতিয়া ভাৰতৰ পৰাই কোনো ওখ থাপৰ পণ্ডিতক তিব্বতলৈ নিয়াটোৱে বেছি ভাল হব। তেওঁ এইটোও শুনিছিল যে বিক্ৰমশিলাত দীপঙ্কৰ শ্ৰীজ্ঞান নামে এজন মহাপণ্ডিত আছে; সেই জন ভোট দেশলৈ গলে ধৰ্ম্মৰ সোত ঘূৰোৱাটো টান নহব। এই উদ্দেশ্যে তেওঁ কেইজনমান মানুহৰ হাতত বহুত ধন-সোণ দি বিক্ৰমশিলালৈ পঠিয়াই দিলে। তেওঁলোকে তালৈ গৈ দীপঙ্কৰক সকলো কথা জনালে কিন্তু তেওঁ তিব্বতলৈ যাবলৈ মান্তি নহ'ল।

ভোটৰাজ তথাপি হতাশ নহ'ল। তেওঁ আকৌ বহুত ধন-সোণ

গোটাই ভাৰতৰপৰা আন কোনো মহাপণ্ডিতক আনিবলৈ ব্যৱস্থা কৰিব খুজিলে। ৰাজ ভাণ্ডাৰত যথেষ্ট সোণ নাছিল, গতিকে তেওঁ সোণ সংগ্ৰহ কৰিবলৈ সীমান্ত দেশলৈ গ'ল। তাত তেওঁৰ ওচৰ চুবুৰীয়া গৰ-লোগ দেশৰ ৰজাই তেওঁক বন্দী কৰিলে।

বাপেক বন্দী হোৱা শুনি লহা-লাপ চং ছুপ-ও (বোধিপ্ৰভ) তেওঁৰ মুক্তিৰ কাৰণে চেষ্টা কৰিবলৈ গৰ-লোগ দেশলৈ গ'ল। গৰ লোগ ৰাজে ভোট ৰাজৰ মুক্তিৰ পৰিবৰ্ত্তে বহুত সোণ বিচাৰিছিল। চং-ছুপ-ওই যিমান খিনি সোণ গোটাইছিল সিমানখিনি সোণ যথেষ্ট নহয় দেখি আৰু সোণ গোটাবলৈ দেশলৈ ঘূৰি যোৱাৰ আগতে বন্দী পিতাক দেখা কৰি সকলো কথা জনালে। ৰজা যেশে-ওই পুতেকক সোণ দিবলৈ মানা কৰি কলে, "তুমি জানাই মই বুঢ়া মানুহ, মোৰ অতি বেছি আৰু দহবছৰ পৰমায়ু আছে। যদি মোক উদ্ধাৰ কৰিবলৈ ৰাজভাণ্ডাৰ শূন্য হয়, তেন্তে ভাৰতৰপৰা পণ্ডিত অনা সম্ভৱপৰ নহব আৰু ধৰ্ম্মৰো সংস্কাৰ নহব। ইয়াতকৈ ধৰ্ম্মৰ কাৰণে যদি মোৰ মৃত্যুও হয় আৰু তুমি গোটাই থোৱা সোণেৰে ভাৰতৰপৰা পণ্ডিত এজন অনা তেন্তে সেইটো বহুত বেছি ভাল কথা হব, আৰু এই ৰজাকেই বা বিশ্বাস কেনেকৈ কৰিবা, তেওঁ কিজানি সোণ লৈও মোক মুক্তি নিদিয়ে? গতিকে বোপাই, মোৰ চিন্তা এৰা আৰু গোটেইখিনি সোণ গোটাই অতিশাৰ ওচৰলৈ দূত পঠিয়াই দিয়া। মই আশা কৰোঁ মোৰ বন্দীদশাৰ কথা শুনি ভোটদেশত ধৰ্ম্মস্থাপন কৰিবলৈ আহিব। যদি তেওঁ নিতান্তই নাহে তেন্তে আন কোনো পণ্ডিতকে আনিবা।" এই বুলি ধৰ্ম্মবীৰ যেশে—ওই পুত্ৰক আশীৰ্ব্বাদ কৰি বিদায় দিলে। বাপেক পুতেকৰ সেয়ে শেষ দেখা।

চং ছুপ-ওই দেশ শাসনৰ লগে লগে পিতৃৰ আজ্ঞা অনুসাৰে ভাৰতলৈ দূত পঠিয়াবলৈ ব্যৱস্থা কৰিবলৈ ধৰিলে। উপাসক গুঙ্-সং-পাই ইতিপূৰ্ব্বে ভাৰতত দুবছৰ কাল কটাইছিল। তেৱে এই ভাৰ ললে আৰু তেওঁৰ সঙ্গী হিচাবে নত্ৰ ছোনিবাসী ভিক্ষু ছুন-ঠিম-গাল-বা (শিল বিজয়) আৰু আন কেইজনমানক ললে। এই দৰে দহজনে অজস্ৰ সোণৰ সম্ভাৰলৈ নেপালৰ বাটত বহুত বাধাবিঘিনি অতিক্ৰম কৰি বিক্ৰমশিলা পালেগৈ (ডোম-তোন



ৰচিত গুৰু-গুণ-ধৰ্ম্মাকৰ পৃঃ ৭৭)। তেওঁলোকে সূৰ্য্য অস্ত যোৱা সময়ত বিক্ৰমশিলাৰ সমুখৰ গঙ্গাৰ ঘাট পালে। পাৰ হোৱা নাৰত মানুহ ভৰি থকাত নাৱৰীয়াই পিচৰ খেপত পাৰ কৰি দিব বুলি আশ্বাস দিলে। এই পাৰৰপৰা বিক্ৰমশিলাৰ আহল-বহল হাউলী আৰু দৌল দেখি তেওঁলোকে বাটৰ কষ্ট পাহৰি আহিল কিন্তু নাও সিপাৰৰপৰা উলটি নহাত তেওঁলোকৰ সন্দেহ হ'ল নাৱৰীয়া আৰু সেইদিনা এই পাৰলৈ ঘূৰি নাহিব। নিজান নৈৰ পাৰত অজস্ৰ সোণ লৈ ৰাতিটো কটাবলৈ ভয় কৰি তেওঁলোকে বালিৰ তলত সোণখিনি লুকুৱাবলৈ ব্যৱস্থা কৰিব খুজিলে। এনে সময়তে নাৱৰীয়া নাও লৈ সিপাৰৰপৰা আহিল। তেওঁলোকৰ সন্দেহৰ কথা নাৱৰীয়াক জনোৱাত নাৱৰীয়াই উত্তৰ দিলে, "ৰজাৰ আদেশ লঙ্ঘন কৰি আপোনালোকক কেনেকৈ ইয়াৰ পৰা এৰি যাম।"

নাৱৰীয়াৰপৰা তেওঁলোকে শুনিলে যে বিহাৰৰ দুৱাৰ বন্ধ হৈ গৈছে। তেতিয়া তেওঁলোকে পশ্চিম দুৱাৰৰ আগত থকা ধৰমশালাতে ৰাতিটো কটাবলৈ দিহা কৰিলে। এনেতে বিহাৰত থকা ভোটভিক্ষু গ্য-চোন-সেঙে তেওঁলোকৰ কথা বাৰ্ত্তা শুনি স্বদেশবাসী বুলি বুজিলে আৰু তেওঁলোকৰ খবৰ-বাতৰি সুধিলে। তেওঁলোকে অতিশাক নিবলৈ অহা বুলি জানি ভিক্ষুজনে পৰামৰ্শ দিলে যে তেওঁলোক প্ৰথমতে বিদ্যাৰ্থী হিচাবেহে বিহাৰলৈ অহা উচিত হব কাৰণ তেওঁলোকৰ মূল উদ্দেশ্য সকলোৱে জানিলে অতিশাক নিয়াটো বৰ টান কথা হব। সুবিধা মতে তেওঁ নিজেই দূতৰ লগত অতিশাৰ সাক্ষাতৰ ব্যৱস্থা কৰি দিব বুলি কলে।

তিব্বতীয় দূতবিলাক পোৱাৰ কেইদিনমান পিচতেই বিক্ৰমশিলাত পণ্ডিত সভা বহিল। গ্য-চোনে সকলো কেইজন বিখ্যাত পণ্ডিতৰ লগতে তেওঁ-লোকৰ সাক্ষাৎ কৰোৱাই দিলে। সেই বিখ্যাত পণ্ডিত মণ্ডলীৰ লগত আলাপ কৰি ৰাজদূতে অতিশাৰ স্থান কিমান ওখত সেইটো বুজিলে।

আৰু কিছুদিন পিচত গ্য-চোনে সুবিধা বুজি তেওঁলোকক অতিশাৰ ঘৰলৈ লৈ গৈ গোপনীয় ভাবে আলাপ কৰিবলৈ সুযোগ দিলে। তিব্বতীয় দূতবিলাকে অতিশাক প্ৰণাম কৰি তেওঁৰ আগত সোণখিনি নিৱেদন কৰি ভোটৰাজ যেশে-ও কেনে ভাবে বন্দী হৈছিল আৰু তেওঁৰ অন্তিম কামনা কি

আছিল ইত্যাদি সকলো কথা কলে। দীপঙ্কৰে এই বৃত্তান্ত শুনি বৰ বিচলিত হৈ কলে, "ভোটৰাজ যেশে-ও যে বোধিসত্ত্ব আছিল সেই বিষয়ে কোনো সন্দেহ নাই। মই তেওঁৰ ইচ্ছা অপূৰ্ণ কৰি নাৰাখো,কিন্তু তোমালোকে জানাই মোৰ ওপৰত ১০৮টা দেৱালয়ৰ তত্ত্বাবধানৰ আৰু আন বহুত কামৰ ভাৰ আছে। এই সকলোৰে এটা সুব্যৱস্থা কৰিবলৈ মোৰ ১৮ মাহ সময় লাগিব। তাৰ পিচতহে মই যাব পাৰিম। এতিয়া এই সোণখিনি তোমালোকে ৰাখি থোৱা।

কথাটো শুনি ভোট ৰাজদূতবিলাকে বিদ্যালাভ কৰাৰ চেলু লৈ বিহাৰতে থাকি গ'ল। অতিশাই যোৱাৰ আয়োজন আৰম্ভ কৰিলে। ইতিমধ্যে এদিন তেওঁ সঙ্ঘস্থবিৰ ৰত্নাকৰপাদক সকলো কথা কলে। ৰত্নাকৰে দীপঙ্কৰৰ সৈতে একেমত হব নোৱাৰিলে। তেওঁ এদিন ভোটীয় সজ্জনকেইজনক কলে, "আপোনালোকে বিহাৰত বিদ্যাৰ্থী হিচাবে প্ৰবেশ কৰিছে, কিন্তু এইটো সঁচানে আপোনালোকে আচলতে অতিশাক লৈ যাবলৈকে ইয়াত আহিছে? এই সময়ত অতিশা ভাৰতবাসীৰ চকুৰ দৰে হৈ আছে; আপোনালোকে দেখিছে নহয় পশ্চিমফালে তুৰস্কবিলাকে উপদ্ৰৱ কৰিবলৈ ধৰিছে। যদি এই সময়ত অতিশাই দেশ এৰি অইন ঠাই লৈ যায় তেন্তে ইয়াত ধৰ্ম্মৰ সূৰ্য্যাস্ত হব।"

বহুত খটালোটাৰ পিচত সঙ্ঘস্থবিৰে অনুমতি দিলে। অতিশাই সোণখিনি গ্ৰহণ কৰি তাক চাৰি ভাগত ভগালে। এটা অংশ পণ্ডিত বিলাকক দান দিলে, দ্বিতীয় অংশ বজ্ৰাসনলৈ ( বুদ্ধগয়া ) উছৰ্গা কৰিলে; তৃতীয় অংশ বিক্ৰমশিলা সঙ্ঘৰ কাৰণে ৰত্নাকৰৰ হাতত দিলে আৰু শেষৰ অংশ ৰজাৰ কাৰণে আৰু ধৰ্ম্মকাৰ্য্যৰ কাৰণে দান দিলে। ইয়াৰ পিচত তেওঁ আৱশ্যকীয় পুথি-পাজি আৰু আন আন বস্তু বাহানি লগত দি নিজৰ মানুহ কেইজনমানক ভোট ৰাজদূতবিলাকৰ লগত পঠিয়াই দিলে। পিচত তেওঁ "লোচৱা" ( তিব্বতীয় ভাষাজনা দোভাষী ) এজন আৰু আন আন মানুহৰ সৈতে মুঠ বাৰজন মানুহ লৈ বুদ্ধগয়ালৈ যাত্ৰা কৰিলে।

বজ্ৰাসন আৰু আন আন তীৰ্থ দৰ্শন কৰি আচাৰ্য্য দীপঙ্কৰ ভাৰতৰ সীমাৰ ওচৰৰ এখন সৰু বিহাৰত উপস্থিত হ'ল। দীপঙ্কৰৰ শিষ্য ডোম-তোনে



তেওঁৰ গুৰু-গুণ-ধৰ্ম্মাকৰ গ্ৰন্থত লিখিছে—"গুৰুদেৱ ভোটদেশলৈ যোৱাৰ সময়ত ভাৰতত বৌদ্ধধৰ্ম্মৰ অন্ত যোৱাৰ অৱস্থা। ভাৰতৰ সীমাৰ ওচৰত অতিশাই তিনিটা সৰু সৰু কুকুৰ পোৱালি বাটৰ কাষত পৰি থকা দেখিলে। ষাঠি বছৰীয়া বুঢ়া সন্ন্যাসীজনে কিবা এটা অনিৰ্ব্বচনীয় ভাৱৰ প্ৰেৰণাত নিজৰ মাতৃভূমিৰ শেষ চিন স্বৰূপে সেই কুকুৰ পোৱালী তিনিটাক নিজৰ চীবৰৰ ( ভিক্ষুয়ে পিন্ধা সাজ ) ভিতৰত সুমুৱাই ললে।"

তিব্বতৰ ভাঙ প্ৰদেশত এই কুকুৰ পোৱালী তিনিটাৰ বংশ আজিও আছে বুলি মানুহে কয়।

ভাৰত সীমান্ত পাৰ হৈ অতিশাই দলে-বলে নেপাল ৰাজ্য সোমাই লাহে লাহে নেপালৰ ৰাজধানী পালেগৈ। নেপালৰাজে তেওঁলোকক মহা সামাদৰ কৰি ৰাজ অতিথি ৰূপে অভ্যৰ্থনা কৰিলে আৰু দীপঙ্কৰক নেপালত ৰৈ যাবলৈ বৰ অনুনয়-বিনয় কৰিবলৈ ধৰিলে। তেওঁৰ অনুৰোধ এৰাব নোৱাৰি অতিশা এবছৰ কাল নেপালত থাকিব লগীয়া হ'ল। তাত নানা ধৰ্ম্ম কাৰ্য্যৰ ভিতৰত তেওঁ এজন ৰাজকুমাৰক দীক্ষা দি ভিক্ষু কৰিছিল। গৌড়েশ্বৰে নেপাল মহাৰাজলৈ এখন চিঠিও লিখিছিল। সেই চিঠি খনৰ ভোটীয় অনুবাদ এতিয়াও তঞ্জুৰত আছে।

নেপালৰপৰা প্ৰস্থান কৰি দীপঙ্কৰ যেতিয়া স্থংবিহাৰত উপস্থিত হ'লগৈ তেতিয়া ভিক্ষু গ্য-চোন্-সেঙৰ অসুখৰ কাৰণে তেওঁ তাত কিছুদিন থাকিব লগীয়া হ'ল। কিন্তু বহুত চেষ্টাতো ভিক্ষু গ্য-চোনক্ বচাব পৰা নগ'ল। তেওঁৰ নিচিনা মহাবিদ্বান দোভাষী এজনৰ মৃত্যুত দীপঙ্কৰে অতি নিৰাশ হৈ কলে, "মোৰ ভোটযাত্ৰা বিফল হ'ল, এজন দোভাষী নোহোৱাকৈ মই তাত কেনেকৈ চলিম?" শীল বিজয় আৰু আন আন দোভাষীবিলাকে তেওঁক বহুত বৰাই বুজাই প্ৰবোধ দিলে।

বুঢ়া পণ্ডিতজনৰ বাটৰ কষ্ট দূৰ কৰিবলৈ ভোটৰাজ চঙ্-ছুপ-ওৱে নিজৰ ৰাজ্যত বহুত যত্ন কৰি নানা ব্যৱস্থা কৰিছিল। তেতিয়া ভোটবাসী জনসাধাৰণ সূৰ্য্যৰ দৰে উজ্জ্বল আৰু খ্যাতিমান এই মহাপণ্ডিতৰ দৰ্শনৰ কাৰণে লালায়িত। এইদৰে বাটে বাটে ভোট জনসাধাৰণক ধৰ্ম্মৰ বাট দেখুৱাই দেখুৱাই তিব্বতীয় জল-পুৰুষ-অশ্ব বৰ্ষত ( চিত্ৰভানু সম্বৎসৰ=

১০৪২ খৃঃ ) আচাৰ্য্য দ্বীপঙ্কৰ শ্ৰীজ্ঞান ৬১ বছৰ বয়সত ডংৰী অৰ্থাৎ পশ্চিম তিব্বত প্ৰদেশত উপস্থিত হ'লগৈ। ৰাজধানী যোলিঙ পোৱাৰ আগেয়েই ভোটৰাজে তেওঁক বহুত বাট আগবঢ়াই নিবলৈ আহিল আৰু তেওঁক মহাসমাৰোহেৰে অভ্যৰ্থনা কৰি যোলিঙ্ বিহাৰলৈ লৈ গ'ল। "স্বদেশে পূজ্যতে ৰাজা ৰিদ্বান্ সৰ্ব্বত্ৰ পূজ্যতে"—এই বাক্য সাৰ্থক হ'ল।

আচাৰ্য্য দীপঙ্কৰে যোলিঙ বিহাৰত ন-মাহ কাল থাকে। তাতেই তেওঁ "বোধি পথ বিহাৰ" নামে গ্ৰন্থখন ৰচনা কৰে আৰু কেইখনমান পুৰণি ধৰ্ম্মপুথিৰ অনুবাদ কৰে। ডংৰী প্ৰদেশত তেওঁ যি তিনি বছৰ কাল থাকে সেই সময় ছোৱাত তেওঁ বহুত গ্ৰন্থৰ ৰচনা আৰু অনুবাদ শেষ কৰে। তাৰ পিচত তেওঁ ক্ৰম-পুৰুষ-বানৰ বৰ্ষত ( হেমলম্ব, ১০৪৪ খৃঃ ) পুৰুঙ পায়গৈ। এই ঠাইত অতিশাৰ প্ৰিয় শিষ্য, গৃহস্থ ডোম তোনে তেওঁক লগ ধৰে। সেই সময়ৰপৰা অতিশা মৰালৈকে এই শিষ্যই ছাৰ দৰে গুৰুৰ লগে লগে ঘূৰি ফুৰিছিল। গুৰুৰ মৃত্যুৰ পিচত তেওঁ "গুৰু-গুণ-ধৰ্ম্মাকৰ" নামে প্ৰসিদ্ধ জীৱন চৰিতখন লিখে। ভোট দেশৰ কোনো কোনো ঠাইত কিছু দিন থাকিলেও আচাৰ্য্যই বেছি ভাগ সময় ঘূৰি ফুৰিছিল। কিন্তু ইয়াৰ মাজতে তেওঁৰ ধৰ্ম্মগ্ৰন্থ প্ৰণয়ণ বা অনুবাদৰ কাৰ্য্য অবিৰাম চলি আছিল। অগ্নিপুৰুষ-শূকৰ-বৰ্ষত ( সৰ্ব্বজিত, ১০৪৭ খৃঃ ) সম্ য়ে বিহাৰলৈ আৰু লোহ পুৰুষ-ব্যাঘ্ৰ বৰ্ষত ( বিকৃত, ১০৫০ খৃঃ ) তেওঁ য়েৰ-বালৈ গৈছিল ; এইদৰে চৈধ্য বছৰ ভোট দেশত থকা কালত, তেওঁ তিনি বছৰ ডংৰী প্ৰদেশত, চাৰি বছৰ উই আৰু চাঙ প্ৰদেশত আৰু ছ বছৰ যে-খঙ প্ৰদেশত কটাইছিল। ক্ৰম-পুৰুষ-অশ্ব বৰ্ষত ( জয় ১০৫৪ খৃঃ ) ভোটীয় নবম মাহৰ অষ্টাদশ তিথিত ( কাতি, আঘোনৰ কৃষ্ণ তৃতীয়া-চতুৰ্থী ) যে-খঙ বিহাৰৰ তাৰা মন্দিৰত ৭৩ বছৰ বয়সত এই মহাপুৰুষে নশ্বৰ দেহ ত্যাগ কৰে। প্ৰিয় শিষ্য ডোম-তোন তেতিয়া তেওঁৰ ওচৰতেই আছিল। লাচাৰপৰা ঘূৰি আহোতে ১৯৩০ চনৰ এপ্ৰিল মাহত, মই এই অতি পবিত্ৰ তীৰ্থস্থান দৰ্শন কৰোঁ। অতিশাৰ সময়ৰপৰা আজিলৈকে এই মন্দিৰৰ নিচেই অলপহে পৰিবৰ্ত্তন হৈছে। ইয়াৰ বিশাল ৰক্ত-চন্দন স্তম্ভ আজিও আছে। এতিয়াও তাত দীপঙ্কৰৰ ভিক্ষাপাত্ৰ, ধৰ্ম্মাকাৰক ( কমণ্ডলু ) আৰু খয়েৰ কাঠেৰে সজা এডাল লাঠী



সেই মন্দিৰৰ ৰজাৰ মোহৰ মৰা এটা পেৰাত সুৰক্ষিত হৈ আছে। সেই-টোৱে জগতবাসীক জনাইছে সে সিদিনালৈকে ভাৰতীয় মানুহৰ বুঢ়া শৰীৰত কি অদম্য সাহ আৰু কাৰ্য্যক্ষমতা আছিল।

ভোটদেশৰ চাৰিওটা ধৰ্ম্মসম্প্ৰদায়েই আচাৰ্য্য দীপঙ্কৰক পূজনীয় বুলি মানে। শিষ্য ডোম-তোন-পাই প্ৰৱৰ্ত্তন কৰা তান্ত্ৰিক ধৰ্ম্মসম্প্ৰদায়ৰ শিষ্যবৰ্গৰ মাজত চাঙ্-খ-পা নামে এজন শিষ্য আছিল। সেইজনক অনুসন্ধান কৰা হালধীয়া টুপী পিন্ধা লামা সম্প্ৰদায়ে ভোট দেশত ধৰ্ম্ম আৰু ৰাজকাৰ্য্য এই দুয়োটাতেই প্ৰাধান্য বিস্তাৰ কৰিছে। তেওঁলোকে নিজকে অতিশাৰ অনুগামী বুলি কয় আৰু অতিশাৰ শিষ্য কা-দম-পা সকলৰ উত্তৰাধিকাৰী নবীন কা-দম-পা বুলি নিজকে বৰ্ণনা কৰে।

আচাৰ্য্য দীপঙ্কৰৰ মূল সংস্কৃত আৰু মাতৃভাষাত ৰচিত গ্ৰন্থবিলাক এতিয়া লোপ পালেও সেইবিলাকৰ অনুবাদ এতিয়াও তিব্বতী তঞ্জুৰত সুৰক্ষিত হৈ আছে। ধৰ্ম্ম আৰু দৰ্শন সম্বন্ধে তেওঁ ৩৫ খন গ্ৰন্থ বা তাতকৈয়ো বেছি গ্ৰন্থ ৰচনা কৰে। তেওঁৰ তান্ত্ৰিক গ্ৰন্থৰ সংখ্যা ৭০ খনৰো বেছি। সেইবিলাকৰ ভিতৰত অৱশ্যে কিছুমান সৰু নিৱন্ধও আছে। তেওঁ তিব্বতী ভাষালৈ বহুত গ্ৰন্থৰ অনুবাদ কৰিছিল। তাৰ ভিতৰত কঞ্জুৰ-সংগ্ৰহত বেলেগ বেলেগ লোচবাৰ ( দোভাষী ) সহায়ত অনূদিত ন-খন গ্ৰন্থ আছে, তঞ্জুৰৰ সূত্ৰ-বিভাগত এনে অনুবাদৰ সংখ্যা ২১ খন আৰু ইয়াৰ ৰত্ন-বিভাগত ৩০ খনৰো ওপৰ বেলেগ বেলেগ গ্ৰন্থৰ অনুবাদ আছে।

* * *

তিব্বতৰ শিক্ষা-প্ৰকৰণ গৃহস্থ আৰু ভিক্ষু এই দুয়ো শ্ৰেণীৰ কাৰণে বেলেগ বেলেগ। ভিক্ষুবিলাকৰ শিক্ষাৰ কাৰণে হাজাৰ হাজাৰ সৰু ডাঙৰ মঠ বা বিদ্যালয় আছে। সেইবিলাকৰ কোনো কোনোটোত গৃহস্থ বিদ্যাৰ্থীয়ে ব্যাকৰণ ; সাহিত্য, বৈদ্যশাস্ত্ৰ বা জ্যোতিষৰ শিক্ষালাভ কৰিব পাৰে। কিন্তু তেনে সৌভাগ্য ধনী বা অভিজাত বংশৰ মানুহৰ বাহিৰে আন কাৰো পক্ষে সম্ভৱ নহয়। অৱশ্যে কেতিয়াবা কেতিয়াবা কোনো কোনো সুশিক্ষিত ভিক্ষুৱে গাৰ্হস্থ্যাশ্ৰমলৈ ঘূনাই প্ৰৱেশ কৰে আৰু তেতিয়া গৃহস্থশ্ৰেণীয়েও তেওঁলোকৰপৰা শিক্ষা-দীক্ষালাভ কৰিবলৈ সুবিধা পায়।

পিচে এইটোও সঁচা যে মঠত শিক্ষিত ভিক্ষু ধনী গৃহস্থৰ ল'ৰাৰ শিক্ষক নিযুক্ত হয় আৰু প্ৰচলিত নিয়ম অনুসাৰে যিবিলাক মঠত ডাঙৰ ডাঙৰ বিশ্ববিদ্যালয় আছে সেইবিলাকত ধনী-দুখীয়া নিৰ্ব্বিশেষে গৃহস্থ মাত্ৰেই প্ৰবেশ কৰিব নোৱাৰে।

তিব্বত ভিক্ষুৰ দেশ। সত্যৰ ভিক্ষুবিলাকে আৰু প্ৰধান বা মঠাচাৰ্য্য-বিলাকে দেশ শাসন কৰে বুলি মানুহৰ যিটো ধাৰণা আছে সেইটো সঁচা নহয়; কিন্তু দেশৰ জনসংখ্যাৰ পঞ্চমাংশ গৃহত্যাগী ভিক্ষু শ্ৰেণীভুক্ত। এনে এখন গাওঁ কাচিতহে পোৱা যায় য'ত দুজন বা এজন ভিক্ষু নাই বা যাৰ ওচৰৰ পৰ্ব্বতত সৰু মঠ এটা স্থাপিত হোৱা নাই। আঠ বা বাৰ বছৰৰ ভিতৰতে ভিক্ষু হব খোজা ল'ৰাবিলাকে মঠত প্ৰবেশ কৰে। অৱতাৰী লামা অৰ্থাৎ যিবিলাকক মানুহে প্ৰসিদ্ধ মহাত্মা বা বোধিসত্ত্বৰ অৱতাৰ বুলি ভাৱে তেনে ল'ৰাই আৰু কম বয়সতে মঠত প্ৰবেশ কৰিব লাগে। এই ল'ৰাবিলাকে প্ৰথমে সৰু সৰু মঠত গুৰুৰ ওচৰত বিদ্যাভ্যাস কৰিব লাগে। আৰম্ভনিত হাতৰ আখৰ সুন্দৰকৈ লিখিবলৈ অভ্যাস কৰোৱা হয়। কাৰণ সুশিক্ষিত তিব্বতীবিলাকৰ হাতৰ আখৰ প্ৰায়েই সুন্দৰ হয়। পঢ়াৰ ভিতৰত প্ৰধান কাম হ'ল শ্লোক মুখস্থ কৰা। তিব্বতী ভাষাত ব্যাকৰণ, কাব্য, তৰ্ক, ধৰ্ম্মশাস্ত্ৰ আদি সকলো বিলাকেই শ্লোক হিচাবেহে আছে। এই কাৰণে শিক্ষাৰ্থীৰ পক্ষে সেইবিলাকৰ অভ্যাস আৰু স্মৰণ দুয়োটাই সহজ হৈ পৰে। মোটামুটি ভাৱে গণনা শিক্ষা দিয়াৰ বাহিৰে গণিত-শাস্ত্ৰত বিশেষ জোৰ দিয়া নহয়, কেৱল যি সকলে জ্যোতিষী বা চৰকাৰী দপ্তৰৰ উচ্চ কৰ্ম্মচাৰী হব খোজে সেই সকলকহে বিশেষ ভাৱে গণিত শিক্ষা দিয়া হয়। শিক্ষাদানত চেকনিৰ সহায় যথেষ্ট ভাৱেই লোৱা হয়। অৱতাৰী লামাৰ বাহিৰে আন ছাত্ৰ মাত্ৰেই অধ্যাপকৰ পৰিচৰ্য্যা কৰে। আনহাতে বহুত অধ্যাপক দুখীয়া ছাত্ৰৰ ভৰণপোষণৰ ভাৰ লয়।

লিখা পঢ়াত পাৰ্গত হলে আৰু কিছু ধৰ্ম্মগ্ৰন্থ মুখস্থ হলে প্ৰাথমিক শিক্ষা শেষ হয়। তাৰ পিচত ব্যাকৰণ, নীতি আৰু ধৰ্ম্ম বিষয়ক শ্লোক পাঠ আৰম্ভ হয়। এইদৰে চাৰি পাচ বছৰ কাটিলে উচ্চ শিক্ষাৰ বাটলৈ আহে। যদি মঠত উপযুক্ত অধ্যাপক নেথাকে তেন্তে বিদ্যাৰ্থীক ডাঙৰ মঠলৈ পঠিয়াই



দিয়া হয়। উচ্চশিক্ষাৰ কেন্দ্ৰলৈ যোৱাৰ আগতে মধ্যম শ্ৰেণীৰ কোনো মঠত উপযুক্ত শিক্ষকৰ ওচৰত আমাৰ মাধ্যমিক শিক্ষাৰদৰে বিদ্যাভ্যাস কৰা প্ৰয়োজন। তৰ্ক, বৌদ্ধদৰ্শন আৰু কাব্যৰ প্ৰাৰম্ভিক গ্ৰন্থাদি এই সময়ত পঢ়োৱা হয়। পুথিবিলাক কণ্ঠস্থ কৰাটোৱেই প্ৰধান কৰ্ত্তব্য। বিদ্যাৰ্থী সকলে বেলেগ বেলেগ শ্ৰেণীত ভাগ হৈ পঢ়ে কিন্তু পৰীক্ষা বা ওপৰৰ শ্ৰেণীলৈ উত্তীৰ্ণ হোৱাৰ কোনো ব্যৱস্থা নাথাকে। ইয়াৰ পৰিবৰ্ত্তে ছাত্ৰবিলাক দলবান্ধি নিজৰ নিজৰ বিষয়ৰ শাস্ত্ৰাৰ্থ লৈ প্ৰতিযোগীতা কৰে আৰু অধ্যাপকে ছাত্ৰক প্ৰশ্নাদি কৰে। প্ৰশ্নোত্তৰ সন্তোষজনক নহলে তৎক্ষণাৎ দণ্ড দিয়া হয় আৰু নতুন বিষয় আৰম্ভ কৰিবলৈ দিয়া নহয়। এখন গ্ৰন্থৰ পাঠ শেষ হলে তাতকৈ ওখ খাপৰ গ্ৰন্থ পঢ়োৱা হয় আৰু যদি বিদ্যাৰ্থীয়ে চিত্ৰণ, মূৰ্ত্তিনিৰ্ম্মাণ বা কাঠ তক্ষণ ইত্যাদি কলা বিদ্যা শিকিব খোজে তেন্তে তেওঁলোকক সেই শিক্ষাও দিয়া হয়। সকলো মঠতে এইবিলাক বিষয়ৰ শিক্ষাৰ ব্যৱস্থা আছে। উচ্চতম শিক্ষাৰ কাৰণে চাৰিটা মঠত বিশ্ববিদ্যালয় আছে। প্ৰথমটো হ'ল গন্-দন্ ( লাচাৰপৰা দুদিনৰ বাটত ), দ্বিতীয়টো ডে-পুং ( লাচাৰ ওচৰত, ১৪১৬ খৃঃ স্থাপিত ), তৃতীয় সে-ৰা ( লাচাৰ ওচৰত ১৪১৯ খৃঃ স্থাপিত ), চতুৰ্থ টশী-লুন্-পো ( চঙ প্ৰদেশত ১৪৪৭ খৃঃ স্থাপিত )।

তিব্বতৰ আটাইতকৈ পুৰণি মঠ সম্ যে লাচাৰপৰা তিনি দিনৰ বাটত। নালন্দাৰ মহান্ দাৰ্শনিক আচাৰ্য্য শান্তৰক্ষিতে ৭৭২ খৃষ্টাব্দত এইটো স্থাপন কৰে, কিন্তু এতিয়া আৰু ইয়াৰ আগৰ গৌৰৱ নাই। ওপৰত উল্লেখ কৰা এই চাৰিটা বিশ্ববিদ্যালয়েই মধ্য তিব্বতত। ইয়াৰ বাহিৰেও পূব তিব্বতৰ তেৰ্‌গী ( ১৫৪৮ খৃঃ স্থাপিত ) আৰু চীন সীমান্তৰ ওচৰত থকা আম্-দো প্ৰদেশৰ স্কু-বুম ( ১৫৭৮ খৃঃ স্থাপিত )। এই দুয়োটাও প্ৰসিদ্ধ বিদ্যাকেন্দ্ৰ। এইবিলাক বিশ্ববিদ্যালয়ৰ কাৰণে বহুত মাটি-বাৰী দিয়া আছে, তাৰ উপৰি যাত্ৰীবিলাকেও এইবিলাক মঠক অলপ নহয় অলপ দান কৰা ধৰ্ম্মঅঙ্গ বুলি ভাৱে। মঠৰপৰা বিদ্যাৰ্থীসকলক সাধ্যানুসাৰে আৰ্থিক সাহায্যও কৰা হয়। প্ৰতিভাশালী ছাত্ৰৰ কাৰণে যথেষ্ট সুযোগ-সুবিধা আছে, কিয়নো বিশ্ববিদ্যালয়ৰ অধ্যাপক আৰু ম্-খন-পোৱে ( অধ্যক্ষ—ডীন ) তেনে ছাত্ৰক অতি স্নেহ আৰু যত্ন কৰে আৰু তেনে ছাত্ৰৰ উন্নতি হলে নিজৰ

আৰু নিজ প্ৰতিষ্ঠানৰ গৌৰৱ হোৱা বুলি ভাবে। মজলীয়া তৰপৰ ছাত্ৰই বেছি ভাগ নিজৰ পৰিয়ালৰ বা গুৰুৰ সাহায্যৰ ওপৰত নিৰ্ভৰ কৰি থাকিব লাগে।

এই বিশাল শিক্ষাকেন্দ্ৰবিলাকত পঢ়িবলৈ বহুত দূৰৈৰপৰা হাজাৰ হাজাৰ বিদ্যাৰ্থী আহে। আটাইতকৈ ডাঙৰ কেন্দ্ৰ ডে-পুঙত সাত হাজাৰ সাত-শতকৈও বেছি বিদ্যাৰ্থী আছে। ইয়াৰ পিচৰ সে-ৰা কেন্দ্ৰত ছাৰে পাচ হাজাৰ ছাত্ৰই বিদ্যালাভ কৰে। গন্-দন্ আৰু টশী-লুন্-পো এই দুটা কেন্দ্ৰৰ প্ৰত্যেকটোতে চাৰে তিনি হাজাৰ ছাত্ৰ আছে। টশী লামাই দেশ এৰি যোৱাত টশী-লুন-পোৰ আগৰ মৰ্য্যাদা কিছু কমিছে। এইবিলাক বিদ্যা প্ৰতিষ্ঠানৰ কথা পিচত আৰু কোৱাৰ ইচ্ছা আছে। এই বিলাকত উত্তৰৰ চাইবেৰিয়া, পশ্চিমৰ অস্ত্ৰাখান ( দক্ষিণ ৰুছ ) আৰু পূৰ্ব্বাঞ্চলৰ চীনৰ জেহোল প্ৰদেশৰ বহুত বিদ্যাৰ্থী দেখিবলৈ পোৱা যায়। মহাবিদ্যালয়ৰ দৰে এইবিলাকৰ ছাত্ৰাবাস, পুথিভৰাল আৰু দেৱালয় আছে আৰু প্ৰত্যেকটোৰ কাৰণে আছুতীয়াকৈ মাটি-বাৰী দিয়া আছে—এনেকি আটাইতকৈ সৰু ছাত্ৰাবাসৰ কাৰণেও সেই একে ব্যৱস্থা আছে।

ওপৰৰ শ্ৰেণীবিলাকত যি শিক্ষা দিয়া হয় সি অপেক্ষাকৃত গভীৰ, কিন্তু সেইবিলাকতো যথেষ্ট মুখস্থ কৰিব লাগে। আমাৰ ছাত্ৰবিলাক ফুটবল আৰু ক্ৰিকেট খেলাত যি আনন্দ পায়, তিব্বতৰ ছাত্ৰবিলাকেও ন্যায় আৰু দৰ্শনশাস্ত্ৰ সম্বন্ধে শাস্ত্ৰৰ অৰ্থ ব্যাখ্যা কৰি তেনে আনন্দ পায়। ইয়াৰ উ-সঙ্ বা মহাবিদ্যালয়ৰ মৃ-খন-পো- ( ডীন ) সকলৰ যদিও অধ্যাপকৰ কাম ঘাইকৈ গেৰ্ গেন্ ( লেকচাৰাৰ ) বা গে-শে ( প্ৰফেচাৰ ) সকলেই কৰে। অধ্যয়ন শেষ হলে বিদ্বন্মণ্ডলীয়ে অনুমোদন কৰিলে বিদ্যাৰ্থীয়ে ল্য-ৰম-পা অথাৎ ডক্টৰ, উপাধি পায়। ইয়াৰ পিচত বিদ্যাৰ্থী নিজৰ মঠলৈ ঘূৰি যায় আৰু যদি তেওঁৰ পঢ়াশুনাত হে বেছি ইচ্ছা থাকে তেন্তে নিজৰ বিশ্ববিদ্যালয়ত গে-শে বা গেৰ্-পেন হব পাৰে।

তিব্বতত ভিক্ষুণীৰ কাৰণেও শ শ মঠ আছে আৰু তাত ভিক্ষুণীবিলাকৰ বিদ্যালাভৰ কাৰণেও ব্যৱস্থা আছে। এইবিলাক মঠ ভিক্ষুমঠৰপৰা একেবাৰে বেলেগ আৰু দূৰৈত থাকে। এইবিলাকত যদিও সাধাৰণ



শিক্ষাৰ ব্যৱস্থা আছে তথাপি ভিক্ষুণীবিলাকৰ কাৰণে কোনো বিশ্ববিদ্যালয় নাই আৰু ভিক্ষুণী বিদ্যাৰ্থীনীয়ে ভিক্ষু-বিশ্ববিদ্যালয়ত পঢ়িব নোৱাৰে। ভিক্ষুণীৰ শিক্ষা ঘাইকৈ সাহিত্য, ধৰ্ম্ম আৰু পূজা-পাঠ সম্বন্ধীয় হয়।

গৃহস্থ-ছাত্ৰই বিশ্ববিদ্যালয়ত পঢ়িব নোৱাৰে কিন্তু মঠবিলাকত উচ্চ-শিক্ষা পোৱা ছাত্ৰই গৃহস্থৰ শিক্ষকতা কৰিব পাৰে। তাত কোনো বাধা নাই। যি কোনো গৃহস্থ-ছাত্ৰই বিশ্ববিদ্যালয়ৰ পুথি ভৰাললৈ গৈ পুথি পঢ়িব পাৰে, কিন্তু ছাত্ৰাবাসত তেওঁ থকাৰ নিয়ম নথকাৰ কাৰণে ইয়াৰ দ্বাৰা তেওঁৰ বিশেষ উপকাৰ নহয়। আনহাতে উচ্চ শিক্ষা পোৱা ভিক্ষু কাচিত হে গৃহস্থ হয় কাৰণ বিশ্ববিদ্যালয় আৰু চৰকাৰী কামত তেওঁলোকক সততে বিচাৰে। তাৰ বিশেষ নিয়ম মতে প্ৰত্যেক চৰকাৰী কামতে এজন গৃহস্থ আৰু এজন ভিক্ষু, এইদৰে দুজন দুজনকৈ কামত লয়। এই নিয়ম থকা কাৰণে কাম নাপাই কোনো ভিক্ষু বহি নাথাকে। এটা উদাহৰণ দিওঁ। মোৰ বন্ধু ভিক্ষু কুশো তন দৰ লাচাৰ টেলিগ্ৰাফ অফিচৰ দুজন অফিচাৰৰ এজন।

ধনী গৃহস্থৰ ল'ৰাছোৱালীয়ে নিজৰ ঘৰত লামাৰ ওচৰত শিক্ষা লাভ কৰে। ছোৱালীবিলাক এই প্ৰাৰম্ভিক শিক্ষাতেই সন্তুষ্ট থাকিব লগীয়া হয়, কিন্তু ভিক্ষুণী হব খুজিলে আৰু কিছুদূৰ লেখাপঢ়া শিকিব পাৰে। সাধাৰণ তিৰুতা প্ৰায় ভাগেই লিখাপঢ়া নাজানে। ধনীমানুহৰ ল'ৰাই বিশেষ ভাৱে নিযুক্ত অধ্যাপকৰ ওচৰত পঢ়িব পাৰে। সাধাৰণ মানুহৰ ল'ৰাৰ পক্ষে বয়োজ্যেষ্ঠসকলৰ ওচৰত অধ্যয়ন বা গাৱঁৰ মঠৰ পঢ়াশালিত পঢ়াৰ বাহিৰে আন কোনো বাট নাই। লাচা, শীগৰ্চী ইত্যাদি নগৰত কোনো কোনো পণ্ডিতে একোখন নিজৰ নিজৰ বিদ্যালয় স্থাপন কৰিছে। সেইবিলাকত অলপ খৰচতে শিক্ষালাভ কৰিব পাৰি। এইবিলাকত শিক্ষাৰ ক্ৰম ভিক্ষু শিক্ষালয়ৰেই নিচিনা, পিছে এই বিলাকত দৰ্শন আৰু ন্যায় একে-বাৰেই শিকোৱা নহয়। লাচাত চৰকাৰী কামকাজ শিকোৱাৰ কাৰণে চী খন নামে এখন বিদ্যালয় আছে। তাত হিচাব-পত্ৰ ৰখাৰ পদ্ধতি শিকোৱা হয়। এই বিদ্যালয়ৰপৰাই চৰকাৰী কামৰ কাৰণে উপযুক্ত মানুহ বাছি লোৱা হয়। কিছু বছৰ আগতে ভোট চৰকাৰে গ্যাঞ্চিত এটা ইংৰাজী

স্কুল স্থাপন কৰিছিল। বহুত চৰ্দ্দাৰে সেই স্কুললৈ নিজৰ ল'ৰাক পঢ়িবলৈ পাঠিয়াইছিল, কিন্তু আৰম্ভনিতে স্কুলটোত অতি বেছি দৰমহাত ইংৰাজ আৰু আন শিক্ষক নিয়োগ কৰাত স্কুলটো বেছি দিন চলাব পৰা নহ'ল। দুই চাৰি জন ছাত্ৰক চৰকাৰী খৰচত বিলাতলৈ পঠোৱা হৈছিল কিন্তু তেওঁলোকৰ শিক্ষা আশানুৰূপ নোহোৱাত সেই প্ৰথা বন্ধ কৰা হ'ল। তিব্বতৰ শিক্ষাৰ ব্যৱস্থা চমুকৈ এনেকুৱাই। আন আন বিষয়ৰ দৰে শিক্ষা বিষয়তো তিব্বতত বাহিৰা জগতৰ ছাঁ বিশেষ ভাৱে পৰা নাই। পিচে এটা কথাত সন্দেহ নাই যে বৰ্ত্তমান তাত যিবিলাক ব্যৱস্থা আছে সেইবিলাকৰ ওপৰত নতুন বতাহ বলিলে তিব্বতত আধুনিক শিক্ষা পদ্ধতি বিস্তাৰ হবলৈ বেছি সময় নালাগিব।

—০:※:০—

# কৃষ্টিগত বৈষম্যৰ নশ্বৰতা

গোটেই পৃথিৱীৰ মানৱ জাতি এক শ্ৰেণীৰ প্ৰাণী। মানুহৰ মনৰ মৌলিক আকৃতি আৰু মানুহৰ প্ৰকৃতি সকলো জাতি উপজাতিৰ ভিতৰত সকলো ঠাইতে একে ধৰণৰ। মানৱ পৰিয়ালৰ বিভিন্ন অংশৰ ভিতৰত স্বাস্থ্য, অৰ্থ, শিক্ষা আৰু নৈতিকতাৰ মানদণ্ডই বিভিন্ন ৰূপ ধাৰণ কৰিছে। ইয়াৰ ফলত কৃষ্টিৰ বহুলতা প্ৰতিফলিত হয়। ওপৰে ওপৰে চালে এদল মানুহৰ কৃষ্টি আন দলৰপৰা বহুত প্ৰকাৰে ভিন্ন দেখা যায়। অৱশ্যে তাৰ লগে লগে সাদৃশ্যও দেখা যায়। মানুহৰ সুখ দুখৰ অনুভূতি, চিন্তাৰ আদৰ্শ, সৌন্দৰ্য্যৰ প্ৰতি স্পৃহা, মিলাপ্ৰীতিৰ আকাঙ্ক্ষা, উৎকৰ্ষ সাধনৰ প্ৰচেষ্টা আৰু স্বদেশ প্ৰীতি, অনুৰাগ সকলো ঠাইতে একে। জাতি, জনজাতি হিচাবে বিভক্ত হোৱা সত্ত্বেও, জলবায়ু বা পাৰিপাৰ্শ্বিক অৱস্থা পৃথক হোৱা সত্ত্বেও প্ৰত্যেক কৃষ্টিৰে সাৰাংশ একেই। ইয়েই মানুহ জাতিৰ মৌলিক মানৱত্ব।

বুৰঞ্জীমূলক পৰিস্থিতি সাময়িক সামাজিক অনুশাসন আৰু উন্নয়নৰ স্তৰ ব্যাহত হোৱা কাৰণেহে বিভিন্নতা দেখা যায়। ওপৰে ওপৰে দেখা এনে ধৰণৰ অনৈক্যৰ ওপৰত অযথা গুৰুত্ব দিয়া হয় আৰু সভ্য সমাজৰ গতানুগতিক বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠা কৰি অনাহকতে অভেদ্য হেঙাৰ নিৰ্ম্মাণ কৰে। সমাজৰ বিশ্বাসক সাধাৰণতে বৈজ্ঞানিক সত্য বুলি ধৰি লোৱা হয় আৰু বিজ্ঞানৰ নিচিনাকৈ তাক প্ৰচাৰ কৰা হয়। কিন্তু প্ৰকৃততে এই বিশ্বাসৰ ভেটি হৈছে ওপৰ চকুৱা নৃতত্ত্ব অধ্যয়নৰ দুৰ্ব্বল জুমুধি। এনেকুৱা বিশ্বাসৰ ভিতৰত অতিশয় অনিষ্টকৰ বিশ্বাস হৈছে বিভিন্ন জাতিৰ মজ্জাগত অসমতা, জাতি সমূহৰ অপৰিহাৰ্য্য অনৈক্য, শাৰীৰিক বিভিন্নতা আৰু মনস্তাত্বিক পৰিধি। ইয়াৰ দ্বাৰা মানৱ জাতিক দুভাগত বিভক্ত কৰা যায়; এবিধ শ্ৰেষ্ঠ, আনবিধ নিম্ন শ্ৰেণীৰ আৰু উভয় শ্ৰেণীৰ ভিতৰত অমূলক পাৰ্থক্য; যেনে বগা আৰু ক'লা বৰণৰ ছাল, বহল আৰু ঠেক মূৰ, শকত আৰু লাহি গাঁঠি, সমান আৰু ঘেৰখোৱা কপাল, সৰু আৰু ডাঙৰ নাকৰ বিন্ধা বা ওখ আৰু চাপৰ। বৈজ্ঞানিক আৰু সমাজতাত্বিকৰ কৰ্ত্তব্য হৈছে

এনে ধৰণৰ ভুল শুধৰোৱা। বহুজন প্ৰকৃত বিজ্ঞান সেৱীয়ে এনে ধৰণৰ ভ্ৰমাত্মক তথ্যৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছে। তেওঁলোকৰ মতে মানুহৰ মাজত অসমতা বা অপৰিবৰ্ত্তনশীলতাৰ ধাৰণা অসম্যক পৰ্য্যবেক্ষণ বা ভ্ৰমাত্মক উপপাদ্যৰ ওপৰত প্ৰতিষ্ঠিত। লোকপ্ৰিয় কুসংস্কাৰৰ দৰে ভ্ৰমাত্মক তথ্যও দীৰ্ঘজীৱী হয়। সেই কাৰণেই মানৱ সমাজৰ শ্ৰেণী বিন্যাসৰ অধ্যয়ন পিচ পৰি আহিছে আৰু আজিও পিচ পৰি আছে। তাৰ কাৰণ হৈছে পৰ্য্যবেক্ষণ আৰু অনুসন্ধানৰ ভ্ৰান্তি আৰু গধুৰ কাৰণ হৈছে শিক্ষাৰ্থীৰ জাতিগত পক্ষপাতিতা বা প্ৰচলিত কুসংস্কাৰ।

বুদ্ধিময় জীৱনৰ দৃষ্টি ভঙ্গীৰে তথা কথিত উচ্চ আৰু নিম্ন শ্ৰেণীৰ জাতিসমূহক পৰীক্ষা কৰি চালে তেওঁবিলাকৰ মনস্তত্বই উল্লেখযোগ্য মানসিক একতা প্ৰকাশ কৰে। তেওঁলোকৰ শাৰীৰিক বৈষম্য কেৱল অতীতৰ ক্ৰমবিকাশৰ আকস্মিক ৰূপ মাথোন আৰু এই বৈষম্যই মানৱ সমাজৰ সাধাৰণ অন্তঃস্তৰটি মচি পেলাব নোৱাৰে। বিশেষজ্ঞৰ মতে মানৱ পৰিয়ালৰ সকলো শাখা-প্ৰশাখা সমানে ভাল বা বেয়া, অথবা ইয়াৰ উন্নতি অৱনতি সমানে ঘটিব পাৰে। তেওঁলোকৰ পাপ-পুণ্যৰ আচৰণবিলাক পৰিবৰ্ত্তনশীল পৰিস্থিতিৰ পৰিণাম অথবা পাৰিপাৰ্শ্বিক পৰিবেশৰ প্ৰভাৱ মাথোন। কেইপুৰুষমানৰ ভিতৰতে "অসভ্য"জন আজিৰ 'সভ্য'জনৰ সমকক্ষ হব পাৰে বা তেওঁক অতিক্ৰম কৰি যাব পাৰে। কৃষ্টিগত বৈষম্যক কেৱল চলন্তৰূপ বুলি ধৰি লবহে লাগে। ভ্ৰাতৃভাৱ আৰু মিলাপ্ৰীতি স্থাপন কৰিবৰ কাৰণে কিছু পৰিমাণে সমতাপূৰ্ণ কৃষ্টিগত উচ্চতা বাঞ্ছনীয় হ'লেও জাতীয় ঐক্য ইয়াৰ ওপৰত প্ৰতিষ্ঠিত নহয়। ভ্ৰাতৃত্ব আৰু সঙ্গভাৱ মানুহৰ অন্তৰত নিহিত আছে। অকলশৰীয়াকৈ থাকিবলৈ দিলে মানুহে সৃষ্টিৰ লগত জ্ঞাতিত্ব অনুভৱ কৰে। ব্যক্তিগত যি সত্য, দলসমূহৰ বেলিকা সেয়ে সত্য। তাৰউপৰি ভাৰতবৰ্ষত কৃষ্টিৰ যি বৈচিত্ৰ্য দেখা যায় প্ৰকৃততে ই অত্যন্ত অগভীৰ। হিন্দু, মুচলমান, পাৰ্চী আৰু খৃষ্টিয়ান সকলে ভাৰতবৰ্ষত ইমানকালে একেলগে মিলিজুলি বসতি কৰিছে যে প্ৰত্যেকৰ কৃষ্টি-ক'লা, স্থাপত্য-বিদ্যা আৰু জীৱনধাৰাই পৰস্পৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে। হিন্দু আৰু পাৰ্চী সভ্যতাৰ ফালৰপৰা এই প্ৰশ্ন বিচাৰ কৰোঁ আহক।



## হিন্দু আৰু পাৰ্চী আৰ্য্যবংশৰপৰা উৎপত্তি

অতি প্ৰাচীন কালত আজি কালিৰ হিন্দু আৰু পাৰ্চীসকলৰ পূৰ্ব্ব-পুৰুষ একেলগে এখন দেশত বসতি কৰিছিল। সেই দেশ এতিয়াও সুনিশ্চিত ভাৱে নিৰূপণ কৰিব পৰা নাই। আৱেস্তাৰ মতে আৰ্য্যসকলৰ আদিম বসতি "আইৰ্য়ান ৱায়েজা" অৰ্থাৎ আৰ্য্যসকলৰ ক্ৰিয়া-ভূমি নামেৰে ধুনীয়া দেশত আছিল। কোনো কোনো পণ্ডিতৰ মতে তুৰ্কীস্থানৰ উত্তৰ প্ৰান্তৰত ঘাঁহনি বনৰে আগুৰি থকা দেশখনেই আৰ্য্যসকলৰ আদিম বসতি স্থল। আন আন পণ্ডিতৰ মতে এই ঠাই মধ্য এচিয়াত বৰ্ত্তমান। আৰু এক শ্ৰেণীৰ মতে এই ঠাই উত্তৰ মেৰু দেশত অৱস্থিত। পাৰ্চীসকলৰ পুথিত পোৱা যায় যে ৰজা য়িমাৰ ৰাজত্ব কালত মানুহ আৰু পশুৰ ইমান সংখ্যা বৃদ্ধি হ'ল যে 'আইৰ্য়ান ৱয়েজ্যত' তেওঁলোকক থাকিবলৈ ঠায়ে নোজোৰা হৈ পৰিল। এই সুপ্ৰসিদ্ধ ৰজাজনে ( তেওঁক মানুহে ভেৰাৰখীয়া আখ্যাও দিছিল ) তিনিবাৰ তেওঁৰ উদ্বৃত্ত পশুৰ পালবিলাক দক্ষিণ ফাললৈ অৰ্থাৎ সূৰ্য্যৰ ফালে মুখ কৰি আগুৱাই নিছিল। এইদৰে আৰ্য্যসকলৰ বসতিস্থানৰ চাৰিসীমা বহল হৈ পৰিছিল। কিন্তু আংৰা মাইন্যু নামেৰে চয়তান ( অসতৰ প্ৰতীক ) গ্ৰহজনে দেশখন এনেকৈ ৰবফেৰে ছাটি পেলালে যে ভেৰাৰখীয়া ৰজা জনে তেওঁৰ ভেৰাৰ পালবিলাক আৰু প্ৰজাবিলাকক লগত লৈ নাতি-শীতোষ্ণ মণ্ডললৈ গুচি গ'ল। নতুন দেশখনকো আগৰ চেনেহৰ নাম 'আইৰ্য়ান' ( ইৰাণ ) দিছিল। এই দেশখনতে আজি কালিৰ হিন্দু আৰু পাৰ্চী সকলৰ পূৰ্ব্ব পুৰুষবিলাকে একে জাতিৰ অনুগামী হৈ একে ভাষা কৈছিল, একে ধৰ্ম্ম অনুসৰণ কৰিছিল, একে ধৰ্ম্মানুষ্ঠান পালন কৰিছিল আৰু একে আচাৰ ব্যৱহাৰ, ৰীতি-নীতি অনুসৰণ কৰিছিল।

সেই কালৰ ইৰাণ দেশৰ সমাজ সুপ্ৰতিষ্ঠিত হোৱা নাছিল। তাৰ অধিবাসীবিলাক সততে নতুন খেতিৰ পথাৰ আৰু ঘাঁহনি বিচাৰি ফুৰিছিল। সেই সময়ৰ সভ্যতাক আদিম যুগ অতিক্ৰম কৰি অহা বুলি কব পাৰি। প্ৰায় সকলো মানুহ কৃষক শ্ৰেণীৰ আছিল। তেতিয়াৰ সমাজ ক্ৰিয়া অনুযায়ী তিন ভাগত বিভক্ত হৈছিল। আথৰ্ব্বন, ৰাথেস্তাৰ আৰু ৱাস্ত্ৰিয় অৰ্থাৎ পুৰোহিত, যুজাঁৰু আৰু অন্যান্য। এই তিনি শ্ৰেণী বেদৰ

ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যৰ লগত মিলে। কিম্বদন্তী আছে যে য়িমাই এই শ্ৰেণী বিভাগ কৰিছিল। কিন্তু আৱেস্তা গ্ৰন্থবিলাকত সমাজৰ শ্ৰেণী বিন্যাসৰ উল্লেখ আছে আৰু ধৰ্ম্মপ্ৰবৰ্ত্তক জৰথুষ্ট্ৰকেই ইয়াৰ আবিষ্কাৰক বুলি কোৱা আছে। আৱেস্তা গ্ৰন্থবিলাকত সচৰাচৰ এই তিনি শ্ৰেণীৰ কথা কোৱা হৈছে আৰু হুইটি বা শিল্পী নামেৰে চতুৰ্থ শ্ৰেণীৰ কথা কেৱল এবাৰ মাথোন উল্লেখ কৰা আছে। পাহলাবি যুগৰ শেষ ছোৱাতহে চাৰিও বৰ্গৰ লগত আমাৰ পৰিচয় ঘটে।

## কৃষ্টিগত সংসৰ্গ

ইৰাণ আৰু ভাৰতবৰ্ষৰ পুথিবিলাকৰ যি সংক্ষিপ্ত আভাস পোৱা যায় তাৰপৰা আৰ্য্য জাতিৰ শাখা দুটা কেতিয়া এৰা এৰি হৈছিল তাক কোৱা টান। দুয়োখন দেশৰ ধৰ্ম্মগ্ৰন্থবিলাকত উল্লেখ কৰা নদী আৰু ঠাইৰ একে নামবিলাকলৈ চালে আফগানিস্থানতেই তেওঁবিলাক শেষ ছোৱা কাল একেলগে বসতি কৰা প্ৰমাণ পোৱা যায়। তাৰপৰাই দুয়োটা শাখা ২০০০ আৰু ১৫০০ খৃষ্টপূৰ্ব্বৰ ভিতৰত বিভক্ত হৈছিল। এটা শাখাই বক্ত্ৰিয়া দেশত বসতি কৰিছিল আৰু আনটো শাখাই দক্ষিণ পূব ফাললৈ গৈ হিন্দুকুশ পৰ্ব্বত পাৰ হৈ উত্তৰ পশ্চিম গিৰিপথেদি ভাৰতবৰ্ষ সোমালগৈ আৰু গঙ্গানদী উপত্যকাত বিয়পি পৰিল। সেই সময়ৰেপৰা দুয়োটা শাখাৰ মাজত সংস্পৰ্শ থকা দেখা যায়। পাৰ্থীয় বংশৰ ইৰাণীবিলাকৰ বিষয়ে উল্লেখ মনু ( ১২শ ৪৩ ৪৪ ) আৰু নাট্য শাস্ত্ৰত ( ২৫শ ৮৯ ) পোৱা যায়। সেই দৰেই আৱেস্তাত ভাৰতবৰ্ষৰ বিষয়ে পোন-পটিয়াকৈ উল্লেখ কৰা আছে। হিন্দু নামটোও মূলতে ইৰাণীয় শব্দ। সিন্ধু নদীৰ সাতোটা প্ৰশাখাৰে ধুৰাই থোৱা বেদৰ সপ্তসিন্ধু দেশখনক ৱেনদিদাদত "হপ্তহিন্দু" বোলা হৈছে আৰু অতীতৰ ইৰাণবিলাকৰ মাজত এই নামেৰেই ভাৰতবৰ্ষ জনাজাত আছিল। সিন্ধু নদীৰ সেই কালত সাতোটা শাখা আছিল, পাঁচোটা নহয়। পাঁচোটা শাখাই ধুৰাই থকা দেশখন পিচলৈ পঞ্জাব হ'ল। তেতিয়া পূৰ্ব্বাক্ষৰ "হপ্ত" লুপ্ত হ'ল। আৱেস্তাৰ হিন্দু-শব্দ ( সিন্ধুৰ পৰিবৰ্ত্তে ) গ্ৰীচ দেশতো জনাজাত হৈছিল। আয়োনিয়ানবিলাক বৰ্ণমালাত মহাপ্ৰাণ



বৰ্ণ নথকাৰ কাৰণে নদীখনৰ নাম ইণ্ডাচ্ বুলিছিল আৰু সেইদেশৰ অধিবাসীবিলাকক 'ইণ্ডিয়ান' আখ্যা দিছিল।

পণ্ডিত সকলৰ মতে আৱেস্তাৰ দেৱতা 'অহুৰ' বেদৰ 'অসুৰ' মাথোন। আৱেস্তাৰ 'অহুৰ মাজদা' বেদৰ বৰুণ দেৱতাৰ সৈতে একে। ঋগ্বেদত বৰুণ দেৱতাক সৰ্ব্বজ্ঞ বুলি কোৱা হৈছে। ইৰাণীয় সকলৰ ধৰ্ম্মগ্ৰন্থত 'অহুৰ মাজদাকো' সৰ্ব্বজ্ঞ আখ্যা দিছে। দুয়োদলৰ সভ্যতা ব্যক্তি আৰু বিশ্বজনীন প্ৰাণৰ ঐক্যৰ ওপৰত প্ৰতিষ্ঠিত হৈছিল। দুয়োদলৰ সভ্যতাই মানুহক শিকাইছিল যে প্ৰকৃতিৰ লগত মানুহৰ সম্বন্ধ ঘনিষ্ট আৰু মানুহে ওলাই অহা বঙা বেলি, বৈ যোৱা নদী, ফলৱতী পৃথিবী আৰু পবিত্ৰ অগ্নিৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰিব লাগে। কিয়নো যি চিৰন্তন আত্মাই সকলোকে সৃজন কৰিলে আৰু পালন কৰে এইবিলাকো তাৰে উদ্ভাসিত ৰূপ মাথোন। দুয়োটা ইণ্ডো-ইৰাণীয় দলৰ চিন্তাধাৰা, পৌৰাণিক আখ্যান, ৰীতি-নীতিৰ মিলৰ বিৱৰণ এই ৰচনাত সন্নিবিষ্ট কৰাৰ আৱশ্যকতা নাই। আমাৰ উদ্দেশ্যৰ ফালৰপৰা অধিক প্ৰয়োজনীয় বিষয় এই দুয়োদল এৰা-এৰি হোৱা দিনৰপৰা আজিলৈকে কেনেকৈ পৰস্পৰৰ দ্বাৰা প্ৰভাৱান্বিত হৈ আহিছে সেয়েহে।

কিছু বছৰৰ আগতে ছাৰ জন মাৰ্শ্বেল আৰু ডঃ স্পুনাৰে যথাক্ৰমে তক্ষশীলা আৰু পাতলিপুত্ৰ নামেৰে দুখন অতি পুৰণি চহৰৰ ভগ্নাৱশেষ উদ্ধাৰ কৰি ভাৰতবৰ্ষৰ ওপৰত ইৰাণ দেশৰ প্ৰভাৱ জগতৰ আগত প্ৰতিপন্ন কৰিছিল। পুৰণি সভ্যতাৰ ঠাই দুখনত যি আবিষ্কাৰ কৰা হৈছিল তাৰ প্ৰত্নতাত্বিক সাক্ষ্যৰে ভাৰতীয় আৰু ইৰাণীৰ ভিতৰত অতীত কালৰেপৰা ভাৱৰত্নৰ আদান-প্ৰদান প্ৰমাণিত হৈছিল। ইয়াৰ দ্বাৰা মৌৰ্য্য সাম্ৰাজ্যৰ ওপৰত ইৰাণী ৰাজনীতি আৰু সভ্যতাৰ প্ৰভাৱ কেৱল স্থপতি বিদ্যাতে নহয় বৰঞ্চ শাসনৰ বহু অঙ্গত আৰু ৰাজ-সভাৰ ৰীতি-নীতিৰ ওপৰত বিস্তাৰিত হৈছিল।

লৰ্ড কাৰ্জ্জনেই পোণ প্ৰথমে ভাৰতীয় কৃষ্টিৰ গৱেষণাৰ সূচনা কৰিছিল। লৰ্ড কাৰ্জ্জনৰ ঐকান্তিক আগ্ৰহ আৰু দৃঢ়তাৰ ফলত ক'লা আৰু জ্ঞানৰ ভড়াল সংৰক্ষণ কৰিবৰ কাৰণে ভাৰতীয় প্ৰত্নতাত্বিক সমিতি প্ৰতিষ্ঠা হৈছিল।

ছাৰ জন মাৰ্শ্বেলৰ নেতৃত্বত ইখনৰ পিছত সিখন ঠাই খান্দি চোৱা হৈছিল। তেওঁৰ যত্নতে সাঁচি, তক্ষশীলা, সাৰনাথ আৰু ভীটা খান্দি উলিওৱা হ'ল। এই তথ্যবাজি আৰু তাৰ পিছত উদ্ধাৰ হোৱা পাতলিপুত্ৰ ৰাৱী নদীৰ পাৰৰ হাৰপ্পা আৰু সিন্ধু নদীৰ পাৰৰ মহেঞ্জোদাৰোৰ ভগ্নাৱশেষবিলাকে আমাৰ আগত আঞ্চলিক পৰিস্থিতি আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ দ্বাৰা নিয়ন্ত্ৰিত সভ্যতাৰ চিত্ৰ দাঙি ধৰে আৰু লগে লগে চাৰি হেজাৰ বছৰৰ আগত সুমেৰু আৰু বেবিলনত প্ৰবৰ্ত্তিত হোৱা সভ্যতাৰ বৈশিষ্ট্যপূৰ্ণ সাদৃশ্য প্ৰতিফলিত কৰে।

## কৃষ্টিৰ সংমিশ্ৰণ ক্ষেত্ৰ

আলেকজেণ্ডাৰে ভাৰতবৰ্ষ আক্ৰমণ কৰাৰ পিছত ইৰাণ আৰু গ্ৰীচ দেশৰ সংমিশ্ৰিত সংস্কৃতিয়ে ভাৰতৰ উত্তৰ-পশ্চিম খণ্ডত প্ৰভাৱ বিস্তাৰ কৰিছিল। প্ৰায় তেৰ শ বছৰৰ আগত ইৰাণ দেশৰপৰা ভাগি আহি পাৰ্চী সকলে গুজৰাটত আৰু আন্যান্য অঞ্চলত বসতি কৰিলেহি। প্ৰায় ১০ শতাব্দীত মুছলমান বিজেতা সকলে বিশেষকৈ মোগলবিলাকে ইছলাম সভ্যতাৰ প্ৰতিবিম্ব হিন্দুসকলৰ দৈনন্দিন জীৱন আৰু ভাৱধাৰাৰ ওপৰত প্ৰতিফলিত কৰিলে। হিন্দু-চিত্ৰকলাৰ পুণৰ্গঠন আৰু হিন্দুস্থানী সঙ্গীতেই এই উভয় কৃষ্টিৰ সংমিশ্ৰণৰ উৎকৃষ্ট উদাহৰণ। আধুনিক যুগত খৃষ্টান পাদুৰীসকলে খৃষ্টীয় ভাৱৰ প্ৰৱৰ্ত্তন কৰিলে। এইদৰে চাৰি হেজাৰ বছৰৰ আগৰপৰা ভাৰতবৰ্ষ বিভিন্ন সংস্কৃতিৰ মিলন ভূমি হৈ আহিছে। এই সময় ছোৱাৰ ভিতৰত ৰাজনৈতিক, অৰ্থনৈতিক, আৰু কৃষ্টিমূলক ক্ষেত্ৰত পাশ্চাত্য দেশৰ লগত ভাৰতবৰ্ষৰ ঘনিষ্ঠ সম্পৰ্ক ঘটিছিল।

চিৰাছ আৰু ডেৰিয়াছৰ সাম্ৰাজ্য ভূমধ্য সাগৰৰপৰা ইণ্ডাছ, বা সিন্ধুনৈ পৰ্য্যন্ত বাঢ়ি গৈছিল। যেতিয়া ইৰাণী সকলে ভাৰতৰ উত্তৰ পশ্চিম অঞ্চলত প্ৰভাৱ বিস্তাৰ কৰিছিল তেতিয়া উভয়ৰ ধৰ্ম্ম আৰু কৃষ্টিৰ সংমিশ্ৰণ ঘটিছিল। খান্দিউলিওৱা সামগ্ৰীবিলাকে উভয়ৰ দৃষ্টিভঙ্গী আৰু অনুৰাগৰ ঐক্যতাৰ প্ৰমাণ দিয়ে। ষোল শ বছৰ পাৰ হৈ যোৱাৰ পিছত যেতিয়া পাৰ্চী ভগনীয়া সকল ভাৰতৰ আশ্ৰয় প্ৰাৰ্থী হ'ল, তেতিয়া তেওঁলোকে হিন্দুবিলাকৰ মাজত একেলগে বসবাস কৰিবলৈ ধৰিলে। তাৰ ফলত পাৰ্চীসকলে হিন্দুৰ আচাৰ



ব্যৱহাৰ আৰু ভাবধাৰা গ্ৰহণ কৰিলে আৰু তেওঁলোকৰ ধৰ্ম্মানুষ্ঠানবিলাকো হিন্দুৰ আচাৰৰ দ্বাৰা প্ৰভাৱান্বিত হ'ল। তাৰ পিছত এনে হ'ল যে নাম, সাজ-পাৰ, ধৰ্ম্মানুষ্ঠান, আচাৰ-ব্যৱহাৰৰ ক্ষেত্ৰত হিন্দু আৰু পাৰ্চী মানুহ অভিন্ন হৈ পৰিল। হিন্দু, মুছলমান, ওলন্দাজ, ফৰাচী, ইংৰাজ, যিয়েই শাসক নহওক তেওঁবিলাক সজ প্ৰতিবেশী হিচাবে মিলাপ্ৰীতিৰে আৰু শান্তিৰে বসতি কৰি থাকিবলৈ ধৰিলে। জাতীয়তাবাদৰ ঢৌৱে তেওঁবিলাকক কেতিয়াও স্পৰ্শ কৰা নাই। গতিকে শাসক কোন জাতীয় আছিল সেই প্ৰশ্নলৈ তেওঁবিলাকে ভ্ৰূক্ষেপ কৰা নাছিল। সুস্থ প্ৰতিবেশীভাৱ আৰু নাগৰিক ভ্ৰাতৃ-প্ৰেমে এই দুয়ো জাতিকে একতাৰ ডোলেৰে বান্ধি ললে।

## সাম্প্ৰদায়িক বিদ্বেষৰ প্ৰচণ্ডতা

যোৱা শতাব্দীৰ পিচ ভাগত যেতিয়া চৰকাৰী পদৱী, আইন সভাৰ বা স্বায়ত্ব শাসন সভাৰ সভ্যপদ অধিবাসীবৰ্গৰ মাজত শাসকসকলে দাঙি ধৰিলে তেতিয়া হিন্দু আৰু পাৰ্চী মানুহৰ ভিতৰত খোৱা-কামোৰা লাগিল আৰু বিদ্বেষ জন্মিল। মুছলমানসকল তেতিয়াও আগবাঢ়ি অহা নাছিল কিয়নো তেওঁলোকে হিন্দু আৰু পাৰ্চীবিলাকৰ ভিতৰত পদৱী আৰু সম্মানৰ কাৰণে খোৱা-কামোৰা হোৱাৰ বহুত পিচতহে ইংৰাজী শিক্ষা গ্ৰহণ কৰিছিল। কিন্তু যেতিয়া মুছলমান সকল সেই ক্ষেত্ৰত উপস্থিত হ'ল তেতিয়া পদৱী আৰু সম্মানৰ প্ৰতিদ্বন্দ্বিতাই হিন্দু আৰু মুছলমান ধৰ্ম্মৰ অনুগামী সকলৰ ভিতৰত যি প্ৰভেদ আছিল সেই ভেদ ভাৱ তীব্ৰ কৰি তুলিলে। লাহে লাহে সেই ভেদভাৱে ৰাজনৈতিক ক্ষেত্ৰত দেখা দিলে। ভাৰতীয় জাতীয় কংগ্ৰেছ জন্ম হোৱাৰ পিচৰ পৰাই এদল মুছলমান আৰু ভাৰতীয় ফিৰিঙিসকলে হিন্দুৰাজৰ প্ৰতি সন্ত্ৰাসৰ চকুৰে চাবলৈ ধৰিলে।

বুৰঞ্জীলেখকে সম্প্ৰাতিৰ কাহিনীলৈ কৰ্ণপাত নকৰে। দুদল মানুহ যদি যুগযুগান্তৰ ধৰি শান্তিৰে বসবাস কৰে তেতিয়া কোনেও তালৈ ভ্ৰূক্ষেপ নকৰে। কিন্তু যি মুহূৰ্ত্ততে তেওঁলোকৰ মাজত দন্দ্ খৰিয়াল লাগে তেতিয়াই তেওঁলোকৰ বিবাদৰ কাহিনী মুখে মুখে প্ৰচাৰিত হয় আৰু ই সংবাদ পত্ৰত ঠাই পায়। বাতৰি কাকতৰপৰা বুৰঞ্জীলেখকে সম্বল

গোটায়। শ শ বছৰ ব্যাপি হিন্দু আৰু মুছলমান মানুহে চহৰ আৰু গাওঁত শান্তিৰে বাস কৰি আহিছিল আৰু ধৰ্ম্মৰ অনৈক্য থকা সত্বেও তেওঁলোকে সহনশীলতাৰে কৃষ্টিগত জীৱনৰ ঐক্যৰ প্ৰতি সজাগ হৈ আছিল। বুৰঞ্জীৰ সেই দীঘলীয়া অধ্যায় খিনি মানুহে পাহৰি পেলায়, কিন্তু আনহাতে ধৰ্ম্মান্ধবিলাকে উজাবি দিয়া সাম্প্ৰদায়িক বিদ্বেষৰ কাহিনী বীভৎস ৰূপেৰে অঙ্কিত কৰে।

এইকথা নিঃসন্দেহে কোৱা যায় যে দলসমূহৰ মাজত থকা ধৰ্ম্মৰ প্ৰভেদ জাতীয় ঐক্যৰ প্ৰতিবন্ধক নহয়, বৰঞ্চ ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰতিদ্বন্দ্বিতাই হে জাতীয় ঐক্যৰ লগত সংগ্ৰাম কৰে। ধৰ্ম্মৰ প্ৰভেদ প্ৰকৃততে আছে আৰু ধৰ্ম্মান্ধতা শিক্ষিত মানুহৰ ভিতৰতো দেখা যায়। কালবিৰুদ্ধতা হলেও এই কথা সঁচা যে অন্যান্য দেশৰ দৰে ভাৰততো শিক্ষা, সমাজ, আৰু অৰ্থনীতিত উন্নতি লাভ কৰা সত্বেও মেধাৱী আৰু সুসভ্য জনেও ৰীতি-নীতি আৰু মতবাদত গুৰুত্ব অৰ্পণ কৰে। বৰ্ব্বৰ অতীতৰপৰা উত্তৰাধিকাৰসূত্ৰে লাভ কৰা তেওঁলোকৰ সমাজবিৰোধী প্ৰবৃত্তি আৰু জাতি বিদ্বেষ ভাৱে সকলো ধৰ্ম্মপ্ৰচাৰকে প্ৰতিষ্ঠা কৰা সমন্বয় বিশৃঙ্খল কৰি পেলায়। আবেগ আৰু অযৌক্তিকতাৰ ধৰ্ম্মক যুক্তি, মানৱতা আৰু মানুহৰ প্ৰতি প্ৰেম আৰু সেৱা ভাৱেৰে প্ৰতিষ্ঠা কৰিবলৈ হয়তো অনেক বছৰৰ প্ৰগতিৰ আৱশ্যক হব। ইতিমধ্যে ধৰ্ম্মান্ধসকলে বিভিন্ন ক্ষেত্ৰত মানুহৰ আৰু ধৰ্ম্মৰ মাজত সহৃদয়তা স্থাপন কৰাত কণ্টক জন্মাব। কিন্তু এনে প্ৰতিবন্ধক থকা সত্বেও পৃথিবীয়ে আগবদৰেই মানৱ জাতিৰ ঐক্যতাৰ ফালে আগুৱাই যাবই।

## সাম্প্ৰদায়িক বিদ্বেষী কোন ?

সমাজৰ ভিতৰত সাম্প্ৰদায়িকতা সমৰ্থন কৰে কোনে? ধৰ্ম্মযাজক সকলে উপাদান সমূহক পৃথক কৰি ৰাখিবলৈ ইচ্ছা কৰে হয় কিন্তু ভাৰতৰ ৰাজনৈতিক জীৱনত পৌৰোহিত্যৰ স্থান নাই। উত্তেজিত সাম্প্ৰদায়িক, মিথ্যা জাতীয়তাবাদী আৰু বাওনা ৰাজনীতিজ্ঞ জনেই সাম্প্ৰদায়িকতাৰ বীজ সিচি দিয়াত বাকপটু আৰু ক্ষমতাশালী আগবহুৱা হয়। কলহৰ পৰিস্থিতিত



মাথোন তেওঁবিলাকে সতেজ হৈ থাকিব পাৰে। কবলৈ লাজ লাগে ৰাজহুৱা জীৱনত ভালেমান সুবিখ্যাত, শিক্ষিত নৰনাৰীয়েই সকলোতকৈ নিকৃষ্ট শাৰীৰ সম্প্ৰদায়িকতা প্ৰচাৰ কৰে। তেওঁবিলাক দেশৰ অতিশয় নিৰ্লজ্জ শান্তিভঙ্গকাৰী আৰু তেওঁলোকৰ ক্ৰিয়াই ঐক্যতাৰ আশা নিৰ্ম্মূল কৰি পেলায়।

আৰু এক শ্ৰেণীৰ সম্প্ৰদায়িকতাৰ পৃষ্ঠপোষক আছে। এওঁবিলাক আগত উল্লেখকৰা বিলাকৰ নিচিনা হীন আৰু অগ্ৰগামী নহলেও তথাপি অপকাৰী। ধৰ্ম্মান্ধতা যেনেকৈ পৃথিবীত অবাধে প্ৰবৰ্ত্তি আছে তেনেকৈ কৃষ্টিৰ গৰ্ব্বও অমঙ্গলজনক। বংশগৌৰৱ, জাতীয় মহত্বৰ ওপৰত আস্থা আৰু গৌৰৱময় কৃষ্টি সম্পদলৈ বিকৃত আনুগত্যই কিছুমান মানুহৰ মনত কৃষ্টিৰ আভিজাত্য জন্মায়। তেওঁবিলাকে ভাৱে যে তেওঁলোকৰ কৃষ্টিয়েই একমাত্ৰ কৃষ্টি আৰু আন সকলোৱে তেওঁলোকৰ কৃষ্টিকেই সাৰটি লব লাগিব অথবা আনৰ লগত তেওঁলোকৰ কোনো সম্পৰ্ক নাথাকিব। তেওঁলোকে পাহৰি পেলায় যে কোনো এক সভ্যতা নিজে নিজেই সম্পূৰ্ণ নহয়, আৰু বিভিন্ন সম্প্ৰদায় সমূহে নিজৰ বিশিষ্টতা অনুযায়ী সাৰ্ব্বজনীন কৃষ্টিৰ অৱদান যোগায়। সভ্যতা জ্ঞাতিভাৱৰ ৰূপ মাথোন। জ্ঞাতিভাৱৰ আগত ধৰ্ম্ম বা জাতি বিষয়ৰ কোনো আৱৰেৰ নাথাকে। পৃথিবীৰ আন ঠাইতকৈ ভাৰতৰ ধৰ্ম্মৰ অমিল বেচি। তথাপি ধৰ্ম্মৰ বৈচিত্ৰত জাতীয় ঐক্য আৰু সাম্প্ৰদায়িক সমবায়ৰ প্ৰতিবন্ধক হোৱাৰ কোনো কাৰণ নাই। বিভিন্ন দলৰ কোনো দলসমূহক একত্ৰ কৰিবলৈ সংখ্যালঘুৰ অনুবিধি বা কৃষ্টিৰ পৃথক অঞ্চল নিৰ্ম্মান কৰা প্ৰয়োজন নাই। মানৱ জাতিৰ ঐক্য ভাৱৰ ক্ৰমোন্নতিয়েই মানুহৰ উৎকৰ্ষ সাধনৰ পথ। ধৰ্ম্মস্থান বৃত্তি বা কৃষ্টিৰ নামত মানুহৰ মাজত যি শ্ৰেণী বিভাগ খিলঞ্জীয়া কৰে বা কৰিব খোজে তাকেই উন্নতিৰ আচল প্ৰতিবন্ধক বুলি জ্ঞান কৰিব লাগে।

## মানবিকতাৰ মতবাদ

ইয়াৰ পিচত প্ৰশ্ন হৈছে "যদি ধৰ্ম্মৰ অনৈক্য আৰু সঙ্কীৰ্ণতা অতিক্ৰম কৰিব লাগে তেন্তে ইয়াক কেনেকৈ সাধন কৰা যায়। ওপৰে ওপৰে চালে

তাৰ উত্তৰ এনে হয়, "বিভিন্ন সম্প্ৰদায় সমূহক বিশ্বজনীন ধৰ্ম্মৰ পতাকাৰ তলত একত্ৰ কৰা।" ধৰ্ম্মক মানুহে যি চকুৰে চাই আহিছে সেই চকুৰে যিমান দিনলৈকে চাই থাকে তেতিয়ালৈকে এনে ধৰণৰ একতা-স্থাপন অসম্ভৱ বুলি বুৰঞ্জীয়ে সাক্ষী দিয়ে। এই দেশত সকলো মানুহকে একে ধৰ্ম্মৰ পতকাৰ তলত একত্ৰ কৰিবলৈ আটাইতকৈ উল্লেখযোগ্য প্ৰচেষ্টা কৰিছিল সম্ৰাট আকবৰে। এই যত্ন নিষ্ফল হ'ল। এইদৰে ধৰ্ম্মক্ষেত্ৰত সঙ্গতি স্থাপন কৰিবলৈ গলে অন্যান্য প্ৰচেষ্টাও বিফল হব। নানান ধৰ্ম্ম প্ৰচলিত হৈ আহিছে। মানৱ জাতিৰ ক্ৰমবিকাশৰ বুৰঞ্জীলৈ চালে এইটো ধ্ৰুৱ সত্য বুলি ধৰিব পাৰি যে ধৰ্ম্মমত যুগযুগান্তৰলৈ প্ৰৱৰ্ত্তি থাকিব। এই দৰেই মানুহ বিভিন্ন হৈ আহিছে আৰু আগলৈকো ৰাজনৈতিক পন্থা আৰু দলীয় আনুগত্যৰ ভিত্তিত বিভক্ত হৈয়ে থাকিব। তথাপি মানুহ জাতীয় ঐক্যৰ লক্ষ্যলৈ আগুৱাই আহিছে। স্বদেশৰ প্ৰতি প্ৰেম আৰু মাতৃভূমিলৈ আনুগত্যই মানুহক সামাজিক অৰ্থ নৈতিক আৰু ৰাজনৈতিক অনৈক্য সত্ত্বেও একতাৰ ডোলেৰে বন্ধাত শক্তিশালী উপাদান যোগাইছে।

যি বাণীয়ে সকলো মানুহকে একেটি বিশ্বজনীন ধৰ্ম্মৰ পতাকাৰ তলত একেলগে ধৰিব পাৰে সি হৈছে মানৱতাৰ বাণী। সাধাৰণ অৰ্থত বুজা ই ধৰ্ম্ম নহয়। ই দৈৱজ্ঞানেৰে বিকশিত ধৰ্ম্মও নহয়। পৃথিবীৰ সদ্‌ভাৱাপন্ন মানুহৰ সমবেত চেষ্টা আৰু সহযোগৰ দ্বাৰাইহে ইয়াৰ ক্ৰম বিকাশ ঘটিব। মানুহৰ ৰূপান্তৰ ৰাতিটোৰ ভিতৰতে নহয়। পুৰণি জগতৰ উপজাতীয় ধৰ্ম্ম নতুন বিশ্বজনীন ধৰ্ম্মলৈ পৰিবৰ্ত্তন হবলৈ মানুহৰ প্ৰগতিৰ যুগ যুগান্তৰ প্ৰয়োজন হব। কিন্তু এই প্ৰক্ৰিয়া আৰম্ভ হ'ল। মানুহৰ জীৱনৰ প্ৰতি দৃষ্টিভঙ্গী আৰু মানুহৰ লগত মানুহৰ সম্বন্ধ আৰু আচৰণ সম্পৰ্কে পুৰণি মনোভাৱক সংশোধন কৰি নতুন ধৰ্ম্মমত ধীৰগতিৰে বিকশিত হবলৈ ধৰিছে। আগৰ দিনত ধৰ্ম্ম ইহকালতকৈ পৰকালৰ বস্তু আছিল। মানুহৰ আত্মাৰ মুক্তি আৰু বহিৰ্জ্জগতত স্থিতিলোৱা শক্তিৰ উদ্দেশ্যে তেওঁৰ মনোভাৱেই ধৰ্ম্মৰ প্ৰধান উপলক্ষ্য আছিল। ব্যক্তি আৰু তেওঁৰ সমবৰ্ত্তী জীৱ সমূহৰ লগত সম্বন্ধৰ প্ৰতি এনে ধৰ্ম্মৰ লক্ষ্য নাই। কিন্তু ভবিষ্যতৰ ধৰ্ম্মই স্বৰ্গৰ পৰিবৰ্ত্তে পৃথিবীৰ বিষয়েহে আলোচনা কৰিব। ভ্ৰাতৃত্বৰ ওপৰত প্ৰতিষ্ঠিত ধৰ্ম্মবিশ্বাসে



মানুহৰ আদান প্ৰদান পূৰ্ণাঙ্গ কৰি তুলিব আৰু তাৰ ভিতৰেদি মানৱ সমাজৰ মুক্তি কামনা কৰিব। এনেধৰণৰ ধৰ্ম্মবিশ্বাসৰ ভিত্তি হৈছে মানুহৰ জীৱন প্ৰভাৱান্বিত কৰা মানৱ চৰিত্ৰ আৰু সংসৰ্গৰ আদৰ্শাৱলী। হিন্দু দৰ্শনৰ মতে আত্মজ্ঞান লাভ মানুহৰ চৰম উদ্দেশ্য আৰু আত্মসিদ্ধি চৰম লক্ষ্য। আত্মজ্ঞান লাভ হলে মানুহে বিশ্বৰ আত্মা বা পৰমাত্মাৰ অনুভূতি পায় আৰু মানুহৰ আত্মাৰ আৰু বিশ্বৰ আত্মাৰ ঐক্য উপলব্ধি কৰে। মানুহৰ আত্মা প্ৰকৃততে বিশ্বাত্মাৰ স্ফুলিঙ্গ মাথোন। এনে জ্ঞান লাভ হোৱাৰ পিচত মানুহে বিশ্ব-জীৱজগতৰ লগত ঘনিষ্ঠ সম্পৰ্ক অনুভৱ কৰে। 'তৎ ত্বমাসি' এই গভীৰ সূত্ৰটিৰ তথ্য তেতিয়া হৃদয়ঙ্গম হয়। "তোমাৰ প্ৰতিবেশী জনক নিজৰ দৰে ভাল পাবা কিয়নো তুমিয়েই তোমাৰ প্ৰতিবেশী।"

অগ্ৰগামী সভ্যতাৰ উচ্চতম বিকাশ স্বৰূপ, পাৰ্থিব ধৰ্ম্মৰ সাৰাংশ—মানৱতাৰ মতবাদত আমি তেতিয়া উপনীত হওঁ। ৰাজনৈতিক চুক্তি বা শাসনতান্ত্ৰিক কৌশলেৰে মানুহক বিভক্ত কৰি যোৱা অনৈক্যবিলাক মানুহে অতিক্ৰম কৰিব নোৱাৰে। ধৰ্ম্মৰ এই বৃহত্তৰ আৰু মহত্তৰ কল্পনা গ্ৰহণ কৰিলেহে মানুহে এই অনৈক্য সমূহ জয় কৰিবলৈ আশা কৰিব পাৰে। ধৰ্ম্মৰ এই তত্ত্বই সমাজত যি পৰিমাণে প্ৰৱেশ কৰিব তাৰ লগে লগে সাতাম পুৰুষীয়া আৰু জাতি-উপজাতিক পৃথক কৰি যোৱা পশ্চাৎগামী বৈষম্য বিলাক মষিমূৰ হৈ যাব আৰু এতিয়া খেল্ খেল্ কৰি যোৱা বিভিন্ন গণ সম্প্ৰদায় প্ৰেম আৰু বদান্যতাৰ ভাবেৰে অনুপ্ৰাণিত হব। এই ভাৱৰ প্ৰেৰণা পালে মানুহে মানুহক বিভিন্ন শ্ৰেণী, বিভিন্ন বৰ্ণ, বা সম্প্ৰদায়ৰ বুলি ভয় বা ঘিন নকৰিব আৰু মানুহে মানুহক একে পৰিয়ালৰ ল'ৰা-ছোৱালী আৰু একে অদৃষ্টৰ অংশীদাৰ স্বৰূপে একেডাল ডোলেৰে সাঙুৰি লব।

—অন্ত—

## প্ৰকাশন পৰিষদৰ গ্ৰন্থাৱলী

১। কথা মহাভাৰত
২। পতঙ্গৰ কথা
৩। গান্ধীজীৰ জীৱনী
৪। মানৱৰ আদিকথা
৫। যাতায়ত আৰু পৰিবহন
৬। বিশ্বৰহস্য
৭। আপেক্ষিকতাবাদ
৮। পুৰণি সভ্যতা
৯। ভাষণ মালা
১০। ভাৰতীয় চিন্তা
১১। মানৱৰ পুনর্নির্ম্মাণ আৰু আন ৰচনা

## সাহায্যপ্ৰাপ্ত পুথিসমূহ

১। অলকা
২। গ্ৰীমৰ সাধু
৩। ওছৰৰ ভোগজৰা
৪। লাতুমণি
৫। পুৰণি অসমৰ শিল্প
৬। কণৰামৰ বিলৈ
৭। চীনদেশৰ কাহিনী
৮। অজামিলৰ মুক্তি
৯। আদর্শ যৌগিক ব্যায়াম
১০। জীৱন স্মৃতি
১১। তীর্থ যাত্ৰী
১২। ভক্ত মহিমা
১৩। সূৰুযমুখীৰ স্বপ্ন
১৪। লোক সাধু
১৫। ফেচাঁ নগৰ
১৬। এচিয়াৰ জ্যোতি
১৭। ঝাঞ্চীৰ ৰাণী লক্ষ্মীবাঈ
১৮। সদাৰামিন হৰকান্ত মজিন্দাৰ বৰুৱাৰ আত্মজীৱনী।